# মোহনমালা

( বুৰঞ্জী মূলক নাটক )



শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰ এম. এ. প্ৰণীত

যোৰহাট

১ম সংস্কৰণ

১৯৫২

বেচ ১৷০ অনা।

# উচৰ্গা

মোৰ পৰম আৰাধ্য ৺পিতৃ দেৱতা যজ্ঞাৰাম বৰঠাকুৰৰ পৱিত্ৰ স্মৃতিৰ উদ্দেশে অভাজন পুত্ৰৰ এই ভক্তি পুষ্পাঞ্জলি অৰ্পণ কৰিলোঁ।

যোৰহাট
১৯৫২, ১লা মে

আশীৰ্ব্বাদ প্ৰাৰ্থী
"দুলাল"

# আগ কথা

'মোহনমালা' ১৯৩১ চনৰ দুৰ্গা পূজাৰ আগে আগে লিখি অটোৱা হয়। কিতাপখন লিখি উঠোঁতেই যোৰহাট নাট-মন্দিৰৰ নাট বছা সমিতিৰ হাতত পৰে। পূজাৰ অষ্টমীৰ দিনা যোৰহাট নাটমন্দিৰতেই এই নাটৰ প্ৰথম অভিনয় হয়। তাৰ প'ছত বিভিন্ন ঠাইৰ নাট্য সমিতিয়ে কেইবাবাৰো ইয়াৰ অভিনয় কৰে। কিতাপ ঘূৰি ফুৰোতে ইয়াৰ পাণ্ডুলিপিটোৱেই হেৰাই থাকে। অৱশেষত বহুত দিনৰ মূৰত উদ্ধাৰ কৰি আনি, পেলাই থোৱাতেই আছিল। বুৰঞ্জী মূলক ন'টৰ অভাৱ দেখি ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেন্সীয়ে কিতাপখন প্ৰকাশ কৰিবলৈ গাত লয়। তাৰ বাবে তেওঁলোকক ধন্যবাদ জনালোঁ।

প্ৰথম অভিনয়ৰ পাছত এই ন'টকৰ এটি ভাল সমালোচনা শ্ৰীযুত শশীচন্দ্ৰ বৰবৰুৱাই 'দৈনিক বাতৰিত' প্ৰকাশ কৰিছিল। তাৰ বাবে তেখেতক একইশ বছৰৰ পাছত হলেও আন্তৰিক ধন্যবাদ জনালোঁ।

নাটকৰ প্ৰথম অঙ্কৰ ৬ষ্ঠ দৃশ্যৰ গানটো (নাচনি পখিলিৰ বেহুমী গা) কবি শ্ৰীমান আনন্দ চন্দ্ৰ বৰুৱাই লিখি দিয়া। গানটোৰ বাবে তেওঁক ধন্যবাদ জনালোঁ। ইতি।

যোৰহাট, ১লা মে ১৯৫২ গ্ৰন্থকাৰ

## ১৯৩১ চনৰ দুৰ্গা পূজাৰ অষ্টমীৰ দিনা ৰাতি

### যোৰহাট নাট-মন্দিৰত

মোহনমালাৰ প্ৰথম অভিনয়ত যি সকলে প্ৰধান প্ৰধান

চৰিত্ৰৰ ভাৱ লৈছিল ।—

ৰাজেশ্বৰ সিংহ—শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱা

লক্ষ্মী সিংহ— " নবীন ফুকন

মোহনমালা— " হৰিহৰ শৰ্ম্মা

ভগী বুঢ়াগোহাঁই—" মথুৰা নাথ বৰুৱা

হৰনাথ ফুকন— " গোলোক চন্দ্ৰ খাটুণ্ড

মুমলী বৰ গোহাঁই—শ্ৰীযুত লোকনাথ ফুকন

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা—ৰাজকুমাৰ শ্ৰীযুত নগেন্দ্ৰ নাৰায়ণ সিংহ

বৰৈ ছুৱলীয়া ফুকন—শ্ৰীযুত গণেশ চন্দ্ৰ গগৈ

ৰাম কৃষ্ণাই—শ্ৰীযুত পদ্মনাথ বৰ পূজাৰী

চতুৰ্ভূজ— " লোকনাথ শৰ্ম্মা

বগা মৰাণ— " করুণাধৰ বৰুৱা

নাহৰ — " মিত্ৰদেৱ মহন্ত

বাঘৰ —ডাঃ কালিদাস বৰুৱা

ৰমাকান্ত —শ্ৰীযুত সুৰেন শৰ্ম্মা

ৰতিকান্ত — " নন্দনাথ বৰুৱা

ৰমানন্দ ( ন গোসাঁই )—শ্ৰীযুত হলিৰাম বৰঠাকুৰ

জগৰা— শ্ৰীযুত বিপিন চন্দ্ৰ বৰুৱা
অহল্যা— " নবীন চন্দ্ৰ শৰ্ম্মা
ললিতা— " দৰ্প নাথ শৰ্ম্মা
ৰাধা-ৰুক্মিণী—শ্ৰীযুত কেশৱ শৰ্ম্মা
ৰাঙলী — " গুণনাথ ফুকন

পৰিচালনা — শ্ৰীযুত বিষ্ণুচন্দ্ৰ বৰুৱা
" মুণীকান্ত বৰকটকী
সঙ্গীত পৰিচালনা — " কীৰ্ত্তিনাথ বৰদলৈ
" কুলকমল বৰুৱা
" গোপাল চন্দ্ৰ শৰ্ম্মা
" দৰ্পনাথ শৰ্ম্মা
ষ্টেজ্ ম্যানেজাৰ— " গোপাল চন্দ্ৰ গোস্বামী




# মোহনমালা

## প্ৰথম অঙ্ক।

### ১ম দৃশ্য।

( ঠাই—ৰঙপুৰ। ৰজাৰ তামুলী চ'ৰা। সময়:—সাঁজলগাৰ অলপ আগতে। ৰজা ৰাজেশ্বৰ সিংহ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰে সৈতে কথা পাতি বহি থাকে। )

কীৰ্ত্তিচন্দ্ৰ—স্বৰ্গদেৱ ঈশ্বৰক আজি কেইবাদিনো গহীন যেন দেখিছোঁ, শৰীৰ অলপ বিষম নে কি ?

ৰাজেশ্বৰ—নহয়, শৰীৰ বিষম নহয়। বৰবৰুৱা, মোৰ আৰু বৰ ভাগৰ লাগিছে। সুখ নাই, শান্তি নাই, কেৱল ৰাজনীতি—ৰাজনীতি! যেন এই নীৰস ৰাজনীতিকে জীৱনৰ শ্ৰেষ্ঠ ব্ৰত বুলি লব লাগিব। বৰবৰুৱা! পৃথিবীত যদি কোনোবা অসুখীয়া আছে—সি-এই ৰজা। মহাপাপৰ প্ৰায়শ্চিত্ত এই সিংহাসন! তাকে পাবলৈ আকৌ ৰক্তপাত, কিমান হিংসা, দ্বেষ, কিমান ষড়যন্ত্ৰ! মূৰ্খ সিহঁত। মোক লাগে কি জানেনে ?

কীৰ্ত্তি—স্বৰ্গদেৱ ?

ৰাজে—মোক লাগে সৌ চৰাইটিৰ দৰে ঘূৰি ফুৰিবলৈ। নীল আকাশৰ চন্দ্ৰতাপৰ তলত নীৰলে তৰা লেখিবলৈ।

জুবিটিৰ পাৰত বহি শিলৰ ওপৰত তাৰ ঢৌৰ তাণ্ডৱ নৃত্য চাবলৈ। সাধাৰণ এটা মানুহ কিমান সুখী। তাহাঁতৰ সুখ দেখি মোৰ ঈৰ্ষা হয়। দিন নেযায়—ৰাতি নুপুৱাই, এই দৈনিক ৰাজকাৰ্য্যৰ নীৰস তালিকা অনুসৰণ কৰি।

কীৰ্ত্তি—স্বৰ্গদেৱ ঈশ্বৰে এইবোৰ ভাবি চিন্তি মন অসুখীয়া কৰিছে যেন হে পাওঁ। মন কৰিলেই স্বৰ্গদেৱ ঈশ্বৰে সকলো কৰিব পাৰে।

ৰাজে—পাৰোঁতো, পাছে সময় ক'ত। আজি নগাৰ ৰণ কাইলৈ ডফলাৰ ৰণ, পৰহিলৈ বোলে আমুক ঠাইত মাৰি-মৰক। আৰু ৰক্ষা আছে ক'ত?

কীৰ্ত্তি—বন্দীহঁত থাকোতেনো স্বৰ্গদেৱ ঈশ্বৰে সেইবোৰ ভাবিব লাগিছে কেলেই। স্বৰ্গদেৱ ঈশ্বৰে ফুটকে নেপোৱাকৈ আমি সকলো বিঘিনিৰ প্ৰতিকাৰ কৰিব পাৰোঁ। বুঢ়াগোহাঁই ডাঙৰীয়াই নিজেই এই বোৰৰ উপায় কৰিব পাৰে। স্বৰ্গ-দেৱৰ কাণত নো তোলেগি কিয়? টেঙৰ মানুহ নহয়, লেঠা লাগিলে নিজৰ গাতদোষ পৰে বুলি কথাই-অকথাই স্বৰ্গদেৱক আমনি কৰি থাকেহি।

ৰাজে—জীৱনটো কি কব পাৰেনে বৰবৰুৱা?

কীৰ্ত্তি—স্বৰ্গদেৱ ঈশ্বৰ, জীৱনটো হল কিছুমান কামৰ সমষ্টি।

ৰাজে—ভুল কথা, জীৱনটো হল এটা সপোন।

কীৰ্ত্তি—তেনেহলে সপোন যেনে মিছা, স্বৰ্গদেৱ জীৱনটোও তেনেই মিছা।

বাজে—মিছাতো, সপোন দেখি থকা সময়ডোখৰ সকলো সঁচা, সাৰ পালেই মিছা। সেইদৰে মৰিলেই জীৱন মিছা। যেয়ে উপভোগ কৰিব পাৰে তাৰ কাৰণে জীৱনটো সু-স্বপ্ন; আৰু যেয়ে উপভোগ কৰিব নোৱাৰে তাৰ কাৰণে কু-স্বপ্ন।

কীৰ্ত্তি—হওঁতে হয় স্বৰ্গদেৱ, ই সপোন নহয় নো কি? আজি আছোঁ, কাইলৈ নাই।

বাজে—সপোন, সপোন—বুজিছে বৰবৰুৱা, ই এটা সপোন-এটা সঙ্গীতৰ সূচনা—এটা উচ্ছ্বাসিত তৰঙ্গ। সেই কাৰণে যিমান পাৰে সিমান জীৱন উপভোগ কৰি লওক। কালি কি হৈছিল, কাইলৈ কি হব তাক ভাবি মূৰ ঘূৰোৱাৰ সকাম নাই। বৰ্ত্তমান সময় আপোনাৰ হাতত, তাৰ সদ্ব্যৱহাৰ কৰক। (ক্ষন্তেক দুয়ো মনে মনে থাকে।)

কীৰ্ত্তি—বন্দীৰ মনেৰে স্বৰ্গদেৱ ঈশ্বৰে গুৱাহাটীৰ ফালৰ পৰা পাক এটা মাৰি অহা ভাল। কঠোৰ ৰাজকাৰ্য্যৰ অৱসাদ দূৰ হব, মনটোও পাতল লাগিব।

বাজে—কোন আছ? (বাঘৰে আহি আঁঠু লয়হি।) বাজলীক ক অলপ সাজ বস্ত্ৰ লৈ আহক আৰু নটক নটিবে সৈতে আহিবলৈ ক। বৰবৰুৱা আপুনি ভালেই কৈছে এবাৰ ঘূৰি আহিব পাৰিলে বেয়া নহয়। বাৰু আপুনি যো-যা কৰক।

কাৰ্ত্তি—স্বৰ্গদেৱৰ আজ্ঞা পালে ঠায়ে ঠায়ে বাহৰ সাজিবলৈ বন্দীয়ে মানুহ লগাব পাৰোঁ।

বাজে—বাৰু; বাহৰ সজাওক।

কীৰ্ত্তি—ভাল। স্বৰ্গদেৱ ঈশ্বৰে এতিয়া সঙ্গীত শুনি আমোদ কৰক। বন্দী আহোঁহে।

বাজে—এৰা আৰু আছেনো কি? এই মৰুভূমিৰ দৰে জীৱনত সঙ্গীতেই একমাত্র মৰুস্থান। বাৰু, বিশেষ লেঠাত অহা নাছিল যদি আপুনি বিদায় হওক।

কীৰ্ত্তি—লেঠা একো নাই। এনেয়ে স্বৰ্গদেৱ ঈশ্বৰৰ শ্রীচৰণ দেখা কৰি বা-বাতৰি লবলৈহে আহিছিলোঁ।

বাজে—বাৰু। (কীৰ্ত্তি চন্দ্রৰ প্রস্থান। নট আৰু নটীৰ প্রবেশ। সকলোৱে আহি আঁঠু লয়হি আৰু সেৱা কৰে।) নট, ইহঁতক এটা গীত গাবলৈ ক।

নট—স্বৰ্গদেৱ ঈশ্বৰৰ যি আজ্ঞা। গাহঁক; কালি শিকোৱা গীতটো গা। (নটে বীণ বায় আৰু নটিবোৰে গায়। মাজে মাজে বাঙ্গলীয়ে বজাক সাজ বস্ত্র দিয়ে।)

(গীত)

আমি সখি আকাশৰ পৰী
ফুৰোঁ বনে বনে ভ্রমি
ৰূপত বৰণ দিওঁ সানি
বননি পোহৰ কৰি
অমৰাৱতীৰ সৌৰভ আনি
দিওঁহি ধৰাত ঢালি
সৰগৰ আমি অমিয়া ধাৰা
মৰতত দিওঁ সুধাৰ ধাৰা
যাওঁ পুনু উৰি ঘূৰি ঘূৰি
নুবুজো একো চতুৰালি।

বাজে—ভাল হৈছে।

নট—স্বৰ্গদেৱ ঈশ্বৰ, এই কম্লিণী বোলা নটীজনীক সম্প্ৰতি এটা নাচ শিকাইছোঁ। স্বৰ্গদেৱ ঈশ্বৰৰ অনুমতি পালে দেখুৱাব পাৰোঁ।

বাজে—মোৰ আপত্তি নাই। (নটে বীণ বায় আৰু কম্লিণীয়ে এটা অভিনয় নৃত্য দেখুৱায়।) ভাল হৈছে। নট, মই বৰ সন্তোষ পালোঁ। কোন আছ? (বাঘৰৰ প্ৰবেশ) ভৰালী বৰুৱাক ক, নট আৰু কম্লিণীক পাঁচোটা আৰু ইহঁতক একোটাকৈ সোণৰ মোহৰ দিয়ক। তহঁত এতিয়া যা।

(সকলোৰে প্ৰস্থান।)

## ২য় দৃশ্য।

(ঠাই—মালৌ পথাৰ। সময়—আবেলি। ৰমাকান্ত আৰু ৰাধাই কথা পাতি সোমাই আহে। ৰমাকান্তৰ হাতত ধেনু কাঁড়।)

ৰাধা—ক'তা মানুহ দেখোন এতিয়াও গোট খোৱা নাই। তোৰহে মুঠেই ভং নাই। ইমান পৰে আৰু দহ পাট মান কাঁড় মাৰিব পাৰিলিহেঁতেন।

ৰমাকান্ত—আমি অলপ বওঁচোন, এতিয়াই মানুহ আহিব। বাৰু আই, তুমি তিৰোতা মানুহ হৈ এনেদৰে কাঁড় মাৰিবলৈ আৰু তৰোৱাল ঘূৰাবলৈ ক'ত শিকিলা?

বাধা—তোৰ ককাৰ ভাল পালি-সেনাপতি আছিল। তেওঁ কাঁড়ীবোৰক শিকাওঁতে মই সদায় গৈ চাই থাকোগৈ, আৰু পাছত অভ্যাস কৰোঁ। বাৰু সৌ চৰাইটো (দূৰৰ গছৰ আগলৈ দেখুৱাই।) এপাট কাঁড় মাৰি মাৰিব পাৰিবি ?

ৰমা—(চাই) বহুত ওপৰত আছে কিন্তু, পাৰিব পাৰোঁ।

বাধা—যা বাৰু, অলপ ওচৰলৈ গৈ অভ্যাস কৰ। (ৰমাৰ প্ৰস্থান) মনত পৰিছে আজি বহুত দিনৰ আগেয়ে গণকে কোৱা কথা। তেতিয়া তাৰ বয়স ছবছৰ। গণকে গণি কৈছিল ; সি বোলে কুড়ি বছৰ বয়সত ৰাজ সিংহাসনত বহিব লাগে।

(নাহৰৰ প্ৰবেশ।)

নাহৰ—(ধেমালিৰ সুৰেৰে ; কি পুতেৰাৰ ৰাজ সিংহাসন লাভৰ সপোন দেখিছাহি নে কি ? ৰমাই তাত কি কৰিছে ?

বাধা—সৌ চৰাইটো মাৰিবলৈ পঠাইছোঁ।

নাহৰ— কিয় ?

বাধা—চাব খুজিছোঁ তাৰ হাত কিমান ঠিক হৈছে।

নাহৰ—তুমি দেখিছো ৰাজ সিংহাসনৰ সপোন দেখি এতিয়া বলীয়া হবা।

বাধা—ইমান দিনে গণকৰ সেই ভৱিষ্যত বাণী সফল হব পৰা কোনো উপায় চকুত পৰা নাছিল। এতিয়া দেখিছোঁ পথ পৰিষ্কাৰ। মোৱামৰীয়াৰ অন্তৰত যি বিদ্ৰোহ অগণি জ্বলি

উঠিছে সি বেগাই দুন্দুমায়। এই বিদ্রোহীদল এনে শকত করি তুলিব লাগিব যাতে আহোম শক্তি ধূলিস্যাৎ হৈ যায়।

( বমাৰ প্ৰবেশ। )

বমা—আই চৰাইটো মৰিল, কিন্তু সেইবোৰ চৰাই নেখায় নহয়, পেলাই থৈ আহিলোঁ।

বাধা—মই বুজিছোঁ। তোৰ হাত কিমান দূৰলৈকে ঠিক থাকে তাকে চাবলৈহে মাৰিবলৈ কৈছিলোঁ। সৌবোৰ মানুহ আহিছে। মই যাওঁ, তই পিতাৰৰ লগতে থাক। ( প্ৰস্থান)

( চতুভূৰ্জ, বগা আৰু বহুত মোৱামৰীয়া মানুহৰ প্ৰবেশ। )

চতুভূৰ্জ—অ' নাহৰ বৈয়ে আছাহি।

নাহৰ—হয়, প্ৰভু ঈশ্বৰ মই আগতে আহিলোঁ।

চতু—সবাইত, আজি তোমালোকৰ কঠোৰ পৰীক্ষা। পৰীক্ষা কৰিবলৈহে মই তোমালোকক ইয়ালৈ মাতিছিলোঁ। এই পৰীক্ষাত যদি উত্তীৰ্ণ হব পাৰা তেন্তে বুজিম, তোমালোক সবল। তোমালোকে পাৰিবা। আমাৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিশোধ লব পাৰিবা। নাহৰ—প্ৰস্তুত হোৱা তোমালোক।

( নাহৰ আৰু বগাই দুয়ো দুখন খোলা তৰোৱাল লৈ মুখামুখিকৈ তৰোৱাল দুখন মেলি ঠিয় হ'ল। তৰোৱাল দুখনৰ আগে আগে লাগিছিল। ) এই যে খোলা তৰোৱাল দুখন দেখিছা, ইয়াৰ মাজেদি লৰি গলে কি দশা হব জানা ?

সকলোৱে—মৃত্যু।

চতু—ঠিক্ মৃত্যু। এই মৃত্যুক আলিঙ্গণ কৰিব লাগিব। তোমালোকৰ ভিতৰত যি সকলে তোমালোকৰ ধৰ্ম্মক কৰা অপমানৰ প্ৰতিশোধ লব খুজিছা, তোমালোকৰ গুৰুক কৰা লাঞ্ছনাৰ ন্যায় বিচাৰ কৰিব খুজিছা, সি দুই খোলা তৰোৱালৰ মাজেদি লৰি যাব লাগিব।

সকলোৱে—আমি যাম, আমি যাম।

চতু—কিন্তু ইয়াৰ শেষ ফল মৃত্যু।

সকলোৱে—আমি মৃত্যুকো আলিঙ্গন কৰিম, ভয় নকৰোঁ।

চতু—তেন্তে এজন এজন কৈ লৰি যোৱাঁ।

( ৰমাকান্তই কথা বিষম যেন দেখি স্তব্ধকা মাৰি পলাল। আদেশ পোৱা মাত্রেই মানুহবোৰ শাৰী পাতি সাজু হল আৰু আদেশ পোৱা মাত্রই এটা মানুহ লৰ ধৰিলে। তৰোৱালৰ ওচৰ পাওঁতেই চতুভূৰ্জে থাপ মাৰি ধৰি বাধা দিলে। )

ক্ষান্ত হোৱা বাছা ; প্ৰাণী হত্যা কৰা মোৰ উদ্দেশ্য নহয়। যি নিৰ্ম্মল পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ওলাইছোঁ, তাত ৰক্ত-পাত নাই। তাত আছে প্ৰেম, ভালপোৱা। তোমালোকৰ ধৰ্ম্মবিশ্বাস আৰু একাগ্ৰতা পৰীক্ষা কৰিবলৈহে এনে ব্যৱস্থা কৰিছোঁ। বুজিলোঁ, তোমালোকে ধৰ্ম্মৰ কাৰণে প্ৰাণ দিব পাৰিবা। তেন্তে এতিয়া শপত খোৱা।

( সকলোৱে ওপৰলৈ কৰযোৰ কৰি চতুৰ্ভূজৰ লগে লগে কৈযায়। )

চতু—ধৰ্ম্মৰ কাৰণে প্ৰাণ দিম।

সকলোৱে—ধৰ্ম্মৰ কাৰণে আমি প্ৰাণ দিম।

চতু—যেতিয়ালৈকে দেশত বৈষ্ণৱ ধৰ্ম্মৰ সোঁত বোৱাব নোৱাৰোঁ, .তেতিয়ালৈকে জীৱনৰ সকলো বিলাসিতা ত্যাগ কৰিম।

সকলোৱে—তেতিয়ালৈকে জীৱনৰ সকলো বিলাসিতা ত্যাগ কৰিম।

চতু—আহোম ৰজাই আমাৰ ধৰ্ম্মক যি অপমান কৰিলে তাৰ প্ৰতিশোধ লম।

সকলোৱে—তাৰ প্ৰতিশোধ লম।

চতু—প্ৰতিশোধ লব নোৱাৰালৈকে জীৱনৰ এয়ে ঘাই ব্ৰত হব।

সকলোৱে—আমাৰ জীৱনৰ এয়ে ঘাই ব্ৰত হব।

চতু—প্ৰত্যেক মানুহেই নাম মূৰি এটা বেত স্তুত আৰু এটা কামি লৈ পৰহিলৈ গোট খাবাহিঁক। এতিয়া ঘৰলৈ যোৱাঁ। আজি যি কঠোৰ প্ৰতিজ্ঞা কৰিলা তাৰ পৰা যেন এখোজো লৰচৰ নোহোৱা।

সকলোৱে—জয় ধৰ্ম্মৰ জয়। জয় মোৱামৰীয়াৰ জয়।

( সকলোৰে প্ৰস্থান। ৰমা সোমাই আছে। )

ৰমা—উস্! কি কঠোৰ প্ৰতিজ্ঞা। কি উন্মাদ সাহস। মানুহটো কথমপি মৰাহে। ( বাধাৰ প্ৰবেশ )

বাধা—ৰমা, ধিক্ তোৰ অস্ত্ৰ শিক্ষা! ধিক তোৰ পুৰুষত্ব! প্ৰাণৰ ভয়ত সম্মুখ কৰ্ত্তব্য ক্ষেত্ৰৰ পৰা যি শিয়ালৰ দৰে পলাই যায় তাক শত ধিক্। তৰোৱালত পৰি মৰিব বুলি—লাগে কাপুৰুষৰ দৰে মৃত্যুক ভয় কৰি পলাই যোৱাতকৈ মৰাই যে শত গুণে শ্ৰেয়ঃ তাক তই বুজিব নোৱাৰিলি!

তোৰ নিচিনা কাপুৰুষৰ জন্মদাতৃ মই—এই কথা ভাবিব-লৈকো লাজ লাগে।

ৰমা—আই, অন্যায় হৈছে, মোক ক্ষমা কৰা। তোমাৰ চৰণ চুই শপত খাইছোঁ, এতিয়াই গোসাঁই ঈশ্বৰৰ ওচৰলৈ গৈ প্ৰতিজ্ঞা কৰিম গৈ। এই নব-জাগৰণ জীৱনৰ ব্ৰত কৰি লম গৈ। (প্ৰস্থান।)

ৰাধা—উত্তম। তাৰ সুপ্ত শক্তি জাগ্ৰত হৈ উঠিছে।

(বিপৰীত ফালে প্ৰস্থান।)

## ৩য় দৃশ্য।

(সময়—আবেলি। ৰাজটোলৰ ওচৰৰ এটা বাট। ৰাঘৱ আৰু ৰতিকান্ত গণকে কথা পাতি আছে।)

ৰাঘৱ—হয়নে দেউ ?

ৰতিকান্ত—হয়তো আকৌ। তজ্জতেহে মোক সামাইন হেন দেখ। হেৰ' আমাৰ নিচিনা মানুহ এটা দুটা আছোঁহক বুলিয়েই আজিও আকাশত জোন বেলি তৰা ওলাইছে, বতাহ হৈছে—বৰষুণ দিছে।

ৰাঘৱ—হয়তো আকৌ। আপোনালোকেই হিন্দু ধৰ্ম্মটো ৰখাই থৈছে।

ৰতি—হেৰ, এই শ্ৰীযুত ৰতিকান্ত শৰ্ম্মণঃ নোহোৱা হলে মলখুৰে ভালকৈ ছোৱালী নিলেহেতেন। আহি ধৰিলেছি, দেউ এনে

এনে তেনে তেনে কথা। দিলোঁ। কেটামান ধূলি জাবি, সেই মন্ত্রৰ বলতে ধান দাই থকাৰ পৰা গেৰেলাৰ জীয়েকক বাৰণে দ্রৌপদীক হৰি নিয়া দৰে লৈ গল। মন্ত্রৰ যে বল আছে, গেৰেলাই দেখোন একো কৰিব নোৱাৰিলে।

বাঘৰ—সেইটো কথাৰ কাৰণেহে বন্দীয়ে আপোনাক ইমান দৰে কাৰো কৰি ফুৰিছো। দেউ, বোলো ঘৰথন পতাৰ বুদ্ধি এটা দিয়ক। দঙ্গুৰা মানুহৰ উপকাৰ হব।

ৰতি—ছোৱালী দেখিছ জানো? ক'ৰ নো ছোৱালী কচোঁন।

বাঘৰ—দেউৰ আগত কবলৈকে লাজ লাগে। ছোৱালী দেউ একে ঘাটৰ চেলেকণা মাছ।

ৰতি—হেৰ ভাঙি কচোঁন কোননো?

বাঘৰ—দেউ, ৰজাৰ বাঙ্গলী বোলা লিগিৰী জনী। তাই হ'ল প্রধান লিগিৰী, ময়ো হ'লোঁ। প্রধান লিগিৰা।

ৰতি—নামটো কি বুলিলি?

বাঘ—বাঙ্গলী।

ৰতি—বাঙ্গলীৰ বা, বাঘৰৰ বা। তয়ো বা, তায়ো বা; তইঁত দুয়োৰো বাজযোৰা। হে'ৰ যোৰা সম্প্রদা ভালকৈয়ে আছিছে দেখোন।

বাঘ—এৰা, দেৰে এতিয়া মন্ত্রটো কৰি দিলেই হয়।

ৰতি—হেৰ মন্ত্র আক বাটে ঘাটে কৰিব পাৰিনে? বাক মাননী ভাৰ চাৰ লৈ যাবি, মই তামোল এখন জাবি দিম। খুৱাই দিলেই তই যিহকে কৱ তাই তাকে কৰিব।

—দেউৰ তালৈ তেনে এতিয়াই যাওঁ।

ৰাতি—কাইলৈ পুৱা যাবি। মই এতিয়া বাটঘৰীয়া গোহাঁইৰ তাৰ পৰা আহোঁগৈ। তেওঁ আকৌ মাতি পঠিয়াইছিল।

বাঘ—কেলেই বা দেউ ?

ৰতি—গোহাঁই দেৱে আকৌ হাত চোৱাই—চিতাই গণনা কৰায়। মাজে সময়ে তেওঁৰ পৰা সিকিটো আধলিটো পাওঁ।

( দুয়োৰো দুফালে প্ৰস্থান। সেই বাটেদিয়েই ৰামকৃষ্ণাই আৰু পানীফুকনে কথা পাতি আহে। )

পানীফুকন—কি কৈছিলা তুমি ?

ৰামকৃষ্ণ—মই দেখোন আগেয়েই কলোঁ, বোলো কথা শকত। চোৱাঁ, মোৰ কথা আখৰে আখৰে ফলিয়াইছেনে নাই। ( বাটতে অলপ ৰয়। )

পানী—( কিছু অপ্ৰতিভ হৈ। ) নহয়, মই সৌ গজজোপাত পৰি থকা চৰাইটো চাইছিলোঁ।

ৰাম—মইনা চৰাই নহয় জানো ? বাৰু, পাছে বাৰু কোন ধুনীয়া ?

পানী—সেইটো হবলা ময়না চৰাই ! সখীয়তী নহয় নে ?

ৰাম—এ সখীয়তী নে কি ? বাৰু সখীয়তী হলেও হ'ব।

পানী—সখীয়তী হলেও হব কি ?

ৰাম—তুলনা কৰিবলৈ।

পানী—কাৰ লগত ?

ৰাম—তাকো কৈ দিব লাগিবনে কি ? তেন্তে কওঁ শুনা, সেই-সেই তেওঁৰ লগত।

পানী—কোন তেওঁ ?

বাম—তুমি নামটো শুনি যেতিয়া ইমান ভাল-পোৱা। নকওঁ যোৱা।

পানী—ইঃ, এওঁ সববজান। ভাল পাওঁনে কি ?

বাম—বেয়া পোৱানে কি ? ( পানীফুকনে হাঁহে। নিকত্তৰ। দেখোন মাতিব নোৱাৰা হলা এইবাৰ।

পানী—যোৱাঁ, তুমি পেংলাই কৰাত ওস্তাদ !

বাম—এতিয়া মোৰ গাত হে দোষ হল। তুমি যিহকে কৈছা মই তাৰ ঠিক ঠিক উত্তৰ দিয়া নাই জানো ?

পানী—বাক, চৰাইটোৱে তেনেকৈ অকলে বহি ইফালে সিফালে চাই কি বিচাৰিছে ?

বাম—তুমি যাক বিচাৰিছা।

পানী—তোমাক কথাত কোনে বলে পাৰিব দেও। তুমি মানুহৰ উশাহ হেকুৱাই দিবা।

বাম—তোমাকো পাৰি উঠা টান হৈছে। তোমাৰো কবিৰ ভাবে মানুহক তিনি বিচুত্তি খুৱায়। চৰাইটি কেনে ধুনীয়া। অকলে অকলে কেলেই বহি আছে। বহি বহি কি ভাবিছে ! দিয়া এতিয়া উত্তৰ।

পানী—মই কবি নহওঁ দেও।

বাম—তুমি যে কবি নাছিলা জানো। পাছে এতিয়া হৈছা যেহেতু মানুহ প্ৰেমত পৰিলে কিছু কবি হয়।

পানী—হয় নে কি ? মই কবি হলোঁনে কি ? কালিদাস নে ?

বাম—কালিদাস হব নোৱাৰিলেও দুষ্মন্ততো হৈছো। অলপ সামঞ্জস্যও আছে ; যেহেতু দুয়ো চিকাৰ প্ৰিয়। তদুপৰি—

পানী—তদুপৰি ?

বাম—তদুপৰি ইটিবো গাত শকুন্তলাৰ কিছু ছাট্ আছে।

পানী—হয়নে কি ? দুষ্মন্তনো কবি হল কেতিয়াৰ পৰা ?

বাম—তোমাৰ দৰে শকুন্তলাক দেখিলে যিদিনাৰ পৰা।

পানী—মই আকৌ শকুন্তলাক দেখিলো কাহানি ?

বাম—নাই দেখানে কি ? আচ্ছা, তেন্তে এতিয়াই দেখুৱাই দিম। ইয়াৰ পৰা বেচি দূৰ নহয়।

পানী—তোমাক আৰু নোৱাৰোঁ দেও। হাৰ মানিছোঁ।

বাম - মানিছা ! আচ্ছা তেন্তে এতিয়া সেইফালে ফুৰোগৈ। ইয়াত এইদৰে বৈ থকা দেখিলে মানুহে কিনা বুলিব।

( প্ৰস্থান )

## ৪র্থ দৃশ্য

**( ঠাই—মোহনমালা গোহাঁইৰ ঘৰ। সময়—সন্ধ্যাৰ পাছত। মোহনমালা অকলে। বৰ উধিগ্ন আৰু উত্তেজিত ভাব প্ৰকাশ কৰি। )**

মোহনমালা—কি কৰিব খুজিছোঁ। ! নিজ স্বাৰ্থৰ কাৰণে এই নিষ্কলঙ্ক ইন্দ্ৰবংশী ৰাজবংশত কালিমা সানিব খুজিছোঁ। কোনে যেন কাণে কাণে কয় পৃথিবী স্বাৰ্থপৰ। আগেয়ে নিজৰ স্বাৰ্থ তাৰ পাছত হে আন। প্ৰতিশোধ লোৱা। ঠিক

ঠিক কথা প্ৰতিহিংসা। ইমান দূৰ আগবাঢ়ি এতিয়া পাছ হুঁহকিব নোৱাৰিম। কিহৰ মায়া, কিহৰ ভাই, কিহৰ বংশ গৌৰৱ! যিদিনা ভাইক ৰজা পাতে, ভায়েতো নকলে এই সিংহাসন ককাইদেউৰেহে প্ৰাপ্য। এই ডাঙৰীয়া শ্ৰেণীৰ হাতত ৰজা মাথোঁ এটা ৰাজ নৈতিক বন্দী। ইচ্ছা হলে পাতিব, ইচ্ছা হলে ভাঙিব। ইহঁতৰ প্ৰভুত্ব থাকে মানে ৰজা ক্ষমতাশূন্য। ৰেচ চেলুটো উলিয়ালে—বিচাৰি বিচাৰি পালেগৈ—মোৰ গাত ৰসন্তৰ সামান্য চিন। সেই বাবেই মই ৰজা হবৰ অনুপযুক্ত। মই ৰজা হলে যে সিহঁতৰ আধিপত্য নেথাকে। এটা মূৰ্খ কাপুৰুষক সিংহাসনত বহুৱাই লব পাৰিলে যে তাহাঁতৰ প্ৰভুত্ব, স্বাৰ্থ, অটুট থাকে। ৰাজেশ্বৰৰ নিচিনা এটা কাপুৰুষ, অমনোযোগী, ৰংসনা কথাত ভোলযোৱা মানুহ থাকোঁতে মোহন মালাই ঠাই পাই কেনেকৈ! ৰ—অলপ পৰ ৰ। ৰৰ গছৰ গুৰি পেলাই দিলে ডাল পাত আপোনা আপুনি শুকায়। ৰ, দুৰ্ব্বলতা দূৰ কৰি হিয়া শিলেৰে বান্ধি লৈছোঁ। যি অজনা নৈৰ সোঁতত জীৱন-তৰণী উটাই দিছোঁ তাতে উটি গৈ থাওক। তাৰ আৰু গতি নুঘূৰাওঁ।

( ৰুক্মিণীৰ প্ৰৱেশ। )

মোহন—অ', ৰুক্মিণী, আহ। তোক ময়ে মতাই পঠাইছিলোঁ।

ৰুক্মিণী—গোহাঁই দেউতা ঈশ্বৰৰ হুকুম পায়েই লৰালৰিকৈ আহিছোঁ।

মোহন—তই এটা কাম কৰি দিব লাগে।

কৰিণী—( স্বগতঃ ) এই বাৰ প্ৰধান লিগিৰী হমেই হম। ( প্ৰকাশ্যে ) দেউতা ঈশ্বৰ বেটীনো কি কামৰ মানুহ।

মোহন—আও, তইহে কামৰ মানুহ নহয়। কামৰ মানুহ নহওঁতেহে বজাই নিতৌ তোৰ নাচ গান শুনে। তোৰ কপত বজা অলপ মোহ গৈছে যেনো পাওঁ। মোহ যোৱাৰ কথাই! তোৰ নিচিনা নাচিব পৰা আৰু গাব পৰা গাভৰু আৰু নো কেইজনী আছে।

কৰিণী—স্বৰ্গদেৱ ঈশ্বৰে হওঁতে প্ৰায়েই বেটীৰ নাচ গান শুনে; আৰু প্ৰায়বোৰ কামেই বেটীৰ হতুৱাই কৰাই লয়।

মোহন—বাৰু, ভিতৰলৈ আহ। ( স্বগতঃ ) ইচ্ছা আৰু সুবিধা সমানে আহিছে। ( দুয়োৰো প্ৰস্থান )

## ৫ম দৃশ্য

**( ঠাই—ৰবৰুৱাৰ ঘৰৰ ভিতৰ চোতাল। সময়—আবেলি। চোতালৰ এঙাভিয়ে ললিতাৰ তাঁতৰ শাল আছে। ললিতাই বহি তাঁত বৈ মুখেৰে নাম গুণ গুণাই থাকে। )**

ললিতা— তেলত বন্দী হলে তেলিনী পৰুৱা
শালত বন্দী হলে হাতী
মকৰা জালতে কৃষ্ণাই বন্দী হলে
মুপুৰাই কালিন্দ্ৰী বাতী।

( ললিতাৰ সখীয়েকইঁত সোমাই আছে )

১ম সখি—পুৱাব, পুৱাব; বেচি দিন আৰু নাই। পাছে নিজৰ বিয়াত নিজে নাম গাব নেলাগে নহয়; আমিনো কেলেই আছো ?

২য় সখি—অন্তৰৰ ভাবটো নামৰ জাউৰী হৈ ওলাই পৰিছে। নাম বিয়াৰ লগৰীয়া বস্তু। বিয়াৰ ভাব মনলৈ আহিলেই নাম এনেয়ে মুখত ওলায়েই।

ললিতা—সখি! তোমালোকৰ পৰা আৰু মই কেনিও ৰক্ষাকে নোপোৱা হলোঁ।

( ললিতা তাঁতৰ পাটৰ পৰা উঠি সখীয়েকইঁতৰ ওচৰত থিয় হয়হি। )

৩য় সখি—পাছে, দিনটো তাতকে বৈ থাকিবা নে? দৰাৰ বৰণৰ সাজটো নিজে বৈ দিয়া কাপোৰ সাজেৰেহে দিবানে কি ?

ললিতা—কোনো কম নহয়। জগৰৰ হাত কেনিও সাৰিবই নোৱাৰা হলোঁ। নাম গালেও জোকাবা, তাত ব'লেও জোকাবা; তেন্তে কৰিম কি ?

৪র্থ সখি—কৰিবা—আমাৰ লগত ধেমালি। বিয়াৰ পাছত টো আৰু ধেমালি কৰিবলৈ তোমাৰ লগ নেপাওঁ। এই কেটা দিন হে।

ললিতা—তোমালোক আটাইবোৰে মোক বিয়া বিয়া কৰি বলিয়া কৰিবা দেখিছোঁ? কোন ভোমোৰাই নো বিয়াৰ বাতৰি দিলে ?

১ম সখি—পানীফুকন ডাঙৰীয়াই।

ললিতা—পানীফুকন, মাটি ফুকন, মই কাকো চিনি নেপাওঁ। মিছাকৈয়ে জোকাই নেথাকিবা সখি।

২য় সখি—বাক, তেওঁ জোকাই থকা জোক হব। এতিয়া আহাঁ; খেমালি কৰোঁ।

৩য় সখি—কি খেমালি? বাঘ গৰু খেলিবানে কি?

৪র্থ সখি—আজি বাক খেমালি কৰিব নেলাগে, সকলোৱে এটা গানকে গাওঁ আহাঁ।

সকলোৱে—হয়, হয়।

ললিতা—আৰু যেয়ে ভালকৈ গাব পাৰিব তাকে।

১ম সখি—তাকে?

ললিতা—তাকে এটা বঁটা দিম।

২য় সখি—কি বঁটা বা?

ললিতা—এতিয়া কেলেই কম।

২য় সখি—অ' বিয়াৰ দিনা ছুটা জলপান খুৱাব। এটা এনেয়ে, এটা ভালকৈ গান গোৱাৰ বাবে।

ললিতা—যোৱাঁ।

৪র্থ সখি—বাক, আ-বা-বা। এতিয়া ধৰাঁ—

## গীত

বইছে মলয়া বৈ।
চালিছে জোনায়ে মধুৰ জোনাক
তটিনী গইছে বই।

পৰাণ হাঁহে তৰাৰ লগত
আকাশলৈ চাই
বজোৱা বাঁহী ফুলৰ পাহী
নাচক হালি জালি
সাবতি ধৰি খাৱক চুমা
প্ৰাণেৰ আবেগ কৈ।

ললিতা—বাৰু, এতিয়া ভিতৰলৈ নেযোৱা জানো? চোতালতে থিয় হৈ থাকিবা নে?

১ম সখি—আজিলৈ যাওঁ, বহুত পৰ হল আহিবৰ। কাইলৈ তুমি আমাৰ তালৈ যাবা আকৌ সখি। জোকোৱা বাবে বেয়া নেপাবা আকৌ। তোমালোক নেযোৱানে কি সখি?

২য়—যাওঁ।

৩য়—বাৰু, কাইলৈ আকৌ লগ খাম। এতিয়া আমিও যাওঁ।

( সকলোৰে প্ৰস্থান। ললিতাই সখিহঁতক আগবঢ়াই থৈ আকৌ তাঁতৰ পাটত বহি তাত বয়। অলপ পাচতে অহল্যা আহে।)

অহল্যা—কি কৰিছা ললিতা? তুমি কম নোহোৱা দেও। দিনটো তাঁতৰ পাটৰ পৰাই মুঠা।

ললিতা—দিনটো দেখোন আহৰিকে নেপাওঁ। আজি কেমোৰ মান মাৰোঁতেই সখিহঁত ওলালহি, তেওঁলোকৰ লগত কথাবাৰ্ত্তা পাতি থাকোঁতেই ইমান পৰ এনেয়ে গল। তেওঁ লোক এইমাত্ৰ গইছে হে।

অহল্যা—ছাদৰ কেইখাখনো লগাইছানে কি, (তাঁতৰ কালে চাই ) আও, ফুলো বাছিলা দেখোন ! কি ফুল তুলিছা সেইটো, চাওঁ ( অহল্যা, তাঁতৰ পাটৰ কালে যায়। ললিতা ভয় আৰু লাজত বঙা পৰে আৰু ফুলটোৰ ওপৰত পৰি ঢাকি ধৰিব খোজে ) চাওঁ, চাওঁ, ঢাকিছা কেলেই ?

ললিতা—তুমি সখি মোতকৈ ভাল ফুল তোলা। মোৰ দেখুৱাবলৈকে লাজ লাগিছে।

অহল্যা—বাৰু, বাৰু, পাইছো, এইহে এনে বেয়া ফুল তোলা, চাওঁ।

( ললিতাই উপায় নেপাই দেখুৱাই। ফুলৰ ওপৰত পানী ফুকনৰ নাম তোলা আছে। অহল্যাৰ নামটো দেখি পুনৰ ভাৱ পৰিবৰ্ত্তন হয়। মুখ ক'লা পৰি যায়। )

( স্বগতঃ ) ভগবান ! যি সন্দেহ কৰিছিলোঁ সেয়ে সঁচা হল। ( প্ৰকাশ্যে ) সখি, এইটো পানী ফুকনৰ নাম তুলিছা দেখোন ? এইখন চাদৰ তেওঁক দিবা হব পায়। ফুলটোও সুন্দৰ হৈছে। দেখুৱাবলৈ মিছাকৈয়ে লাজ কৰিছিলা কিয় ?

ললিতা—থক, বাৰু সেইবোৰ কথা। মিছাকৈয়ে শলাগিব নেলাগে। আহাঁ, ভিতৰলৈ যাওঁ। তামোল ছালি এডোখৰ নেখোৱা জানো ?

অহল্যা—আজিলৈ আৰু নখাওঁ। মোৰ গাটো বৰ ভাল লগা নাই। মই আহিলোঁহে। ( প্ৰস্থান )

ললিতা—( আচৰিত হৈ ) কি হ'ল, অহল্যা হঠাৎ এনেদৰে গুচি গল কিয় ? হঠাৎ এনেকৈ মন মাৰি পেলালে কিয় ? হেঁস্তে অহল্যা……ভগবান।

## ৬ষ্ঠ দৃশ্য

( ঠাই—বজাৰ ভিতৰ চ'ৰা। সময় গধূলি। বঙ্গলীয়ে বজা বজাৰ আয়োজন কৰে। এহাতে শৰাই এখন আন হাতে সাজ বস্ত্ৰ খোৱা বাণ বাটি এটা লৈ আছে বিপৰীত ফালৰ পৰা বাঘৰ সোমাই আহে। )

বাঘৰ—সেইটি কোন ?

বাঙ্গলী—( গহীন ভাৱে ) পূৰ্ণিমাৰ জোন।

বাঘৰ—অ' সঁচাকৈয়ে পূৰ্ণিমাৰ জোনেই হয়। কোন খন দেশত বা পোহৰ দিবলৈ যায় ?

বাঙ্গ--তোকনো তাৰ বিচাৰ কেলেই ? ( যাব খোজে )

বাঘৰ—( আগচি ধৰি ) হে, হে, অকণমান ৰবি; পোহৰ দিবলৈ যোৱা দেশ খনে আন্ধাৰত তংমং নেপাই, জোনবাই ক'ত জোনবাই ক'ত বুলি অলপ পৰ বিচাৰক।

বাঙ্গ—গুচ্, মোৰ কাম আছে। ৰজাৰ এতিয়া সাজবস্ত্ৰ খাবৰ সময়; যোগাৰ যন্ত্ৰ কৰি দিবলৈকে আছে। তোৰ লগত চুপতি মাৰি থাকিবৰ সময় নাই।

বাঘর—হেৰ! বজা ঘৰত কাম কিবা অকলে তয়ে কৰিছ নে? আমিও কৰিছোঁ। বহচোঁন তামোল এডোখৰকে খা।

বাঙ্গ—যা, এতিয়া তামুল তুমুল খাবৰ মোৰ সময় নাই।

বাঘৰ—আও বোপাই, ইমানটো'না খঙ কৰ কিয়? ৰা'ক নেলাগে খাব আমাৰ তামোল। আমাৰ নিচিনা মানুহৰ তামোলনো কেলেই খাব লাগিছে। (যাব খোজে)

বাঙ্গ—বেয়া পালিনে কি? কামৰ সময় কাৰণেহে এনেকৈ কৈছোঁ।

বাঘৰ—নেলাগে, বুজিলোঁ। আৰু তোৰ লেৰেলা সাদৰখন।

বাঙ্গলী—নেযাবি আকৌ। তামোল এখন দি যা।

[ বাঘৰ ঘূৰি আহে আৰু তামোল এখন দিয়ে ]

ইমান সোনকালে নো ওফন্দটো পাত কিয়? তই এতিয়া যা। স্বৰ্গদেৱ অহিবৰ সময় হৈছে।

[ বাঘৰে কেঁৰাহিকৈ চাই বাঙ্গলীয়ে শুনাকৈ নাম গুন গুনাই যায়গৈ ]

বাঘৰ—এন্ধাৰত জিলিকে জোনাকী পৰুৱা
আকাশত জিলিকে জোন
কলাকৈ ডাৱৰত বিজুলী জিলিকে
হিয়াত মোৰ জিলিকে সোণ।

বাঙ্গ—আই ঔ, মৰাটো।

[ স্বৰ্গদেৱ সোমাই আহে। ]

ৰাজেশ্বৰ—যা, ৰুক্মিণীক পঠিয়াই দেগৈ। ( বহে ]

[ বাঙ্গলীৰ প্ৰস্থান আৰু অলপ পাছতে ৰুক্মিণী আহে ]

গা—ৰুক্মিণী এটা গান গা—নাচ

[ ৰুক্মিণীয়ে গান গায় আৰু নাচে। নাচৰ চেৱে চেৱে ৰজাক মাজে মাজে সাজবস্তু দি থাকে। ৰজা নাচ দেখি অবাক হৈ আৰু ৰুক্মিণীক চাবাইচ্ দিয়ে। ৰজা কেতিয়াবা উঠিব খোজে কিন্তু বেচি নিচা লগা বাবে বহি পৰে! এই সুযোগতে ৰুক্মিণীয়ে এবাৰ মৰসাহ দি মেৰ তলিৰ পৰা কিবা গুৰি উলিয়াই সাজবস্তুত মিহলাই দিয়ে আৰু কঁপি কঁপি ৰজাক খাবলৈ দিয়ে। ]

গান

নাচনী পখিলিৰ বেচমী গা
লাচতে উঠিছে ফাগুনী বা।
বেণুৰে বোলালি হাতৰে জেতুকা
বিহাৰে মুছিলি ঘামৰে মুকুতা
তালে তালে ডাঙি গা।
ফুটুকা নাহৰে বাহৰ সজালে
বিৰিণাৰ মাজতে হৰিণী লুকালে
ভৈয়ামত বিচাৰি ছাঁ।

---

বাজে—দে—দে—ৰুক্মিণী। আৰু সাজ বস্তু দে।

( এই খিনিৰ পৰাই ৰুক্মিণীৰ নাচ ভুল হয়, তাল কাটে, মুখ বিবৰ্ণ হৈ পৰে )

সা—জ—ব—স্তু

( ৰুক্মিণীয়ে এইবাৰ বিহ মিলোৱা সাজ বস্তু ৰজাক দিবলৈ

ধৰোঁতেই পাচৰ পৰা বেগাই ৰাঙ্গলী আহি ৰুক্মিণীৰ হাতত খাপ মাৰি ধৰে। )

ৰাঙ্গলী—স্বৰ্গদেৱ ঈশ্বৰ! বৰ বিহ, বৰ বিহ!

ৰাজে—এঁ—বিহ—কি কৱ? ( ৰজা স্থিৰ ভাৱে থিয় হয়। )

ৰাঙ্গলী—( আঁঠু লৈ ) স্বৰ্গদেৱ ঈশ্বৰে মাৰকেই লাগে কাটকেই; ইয়াত ৰুক্মিণীয়ে বৰ বিহ ঢালি দিছে।

( ৰুক্মিণীৰ গা কঁপিবলৈ ধৰে। কিবা কব খোজে কিন্তু মুখৰ পৰা মাত নোলায়। )

ৰাজে—বিহ দিছে? বিহ দিছে? ৰুক্মিণী?

( ৰুক্মিণী নিমাত )

ৰাঙ্গ—হয় স্বৰ্গদেৱ ঈশ্বৰ, মই নিজ চকুৰে দেখিছোঁ।

ৰাজে—ৰাঙ্গলী—ৰাঙ্গলী; ক—মোক ভালকৈ বুজাই দে। ইয়াত কোন আছে?

( ৰাঘৰে আঁঠু লয়হি। )

ডাঙৰীয়া সকলক মাতি আন। ( ৰাঘৰৰ প্ৰস্থান। )

যেন এটা সপোন। কি দুৰ্ভেদ্য আৱৰণেৰে এই ৰহস্য ঢাক খাই আছে; একো বুজিব পৰা নাই। কিয় বিহ দিছিল কব পাৰ?

( ৰুক্মিণী মুৰ্চ্ছা যায়। )

ৰাঙ্গ—হয় স্বৰ্গদেৱ ঈশ্বৰ, জানোঁ। বাট ঘৰীয়া গোহাঁই—

ৰাজে—মনে মনে থাক—জিভা কাটি পেলাম।

( বুঢ়া গোহাঁই, বৰ গোহাঁই আৰু বৰবৰুৱাৰ ৰাঘৰৰ সৈতে

প্ৰবেশ। সকলোৱে অবাক হৈ থিয় হৈ ৰয়। কোনেও ৰজাক মাতিবলৈকে সাহ নকৰে। ৰুক্মিণী মূৰ্চ্ছা যোৱাৰ পৰা উঠি ৰহে। তাইৰ চুলি আউলি-বাউলী, মুখ বিবৰ্ণ আৰু কদাকাৰ দেখায়।)

ৰাজে—স্বৰ্গদেৱ ঈশ্বৰ! তাই এতিয়া ভাল হৈছে। তাইক সোধক।

ৰাজে—ৰুক্মিণী, সঁচা কথা ক। সাঁচ বস্তুত বিহ দিছিলি?

ৰুক্মি- দিছিলোঁ।

ৰাজে--মোৰ প্ৰাণটোৰ ওপৰত তোৰ ইমান লোভ হ'ল কিয়? বিয় দিছিলি? (ৰুক্মিণী নিমাত) ক—নেমাত কিয়?

ৰুক্মি—স্বৰ্গদেৱ······

ৰাজে—ক—সঁচা কথা ক।

ৰুক্মি—স্বৰ্গদেৱ ঈশ্বৰ—দিবলৈ পাচিছিল।

ৰাজে—কোনে?

ৰুক্মি—বাটঘৰীয়া গোহাঁই দেউতাই।

ৰাজে—মোহনমালাই! ইমান নীচ! তেন্তে পৃথিৱীত মানুহে মানুহক বিশ্বাস কৰিব নোৱাৰেনে কি! চাওদাং। [চাওদাঙে আহি আঁঠু লয়হি।] যা, এতিয়াই মোহনমালা গোহাঁইক মাতি আনগৈ। নাহিলে বল প্ৰয়োগ কৰিবি। [চাওদাঙৰ প্ৰস্থান] ককাই হ'ল কি হল। বিচাৰ কৰিম। প্ৰয়োজন হলে মোৰ এই বিলাস কক্ষ আজি বধ্য ভূমিত পৰিণত কৰিম। বুঢ়া গোহাঁই ডাঙৰীয়া দেখিছে নে?

বুঢ়া গোহাঁই—স্বৰ্গদেৱ ঈশ্বৰ; মোৰ আৰু বুজিবলৈ বাকী নাই।

বৰ গোহাঁই—স্বৰ্গদেৱ ঈশ্বৰ। মই তেওঁৰ কুটীল স্বভাৱৰ ওপৰত আগৰে পৰা সন্দেহ কৰিছিলোঁ। স্বৰ্গদেৱে বেয়া পাই বুলিহে কোনো কথাকে উত্থাপন কৰা নাছিলোঁ।

কীৰ্ত্তি—স্বৰ্গদেৱ ঈশ্বৰ সিংহাসনত উঠোঁতেই; তেওঁক ৰাজ্যৰ পৰা দূৰ কৰি দিবলৈ জনাইছিলোঁ।

ৰাজে—উস্! ককায়েকো যে ভায়েকৰ প্ৰতি ইমান নিষ্ঠুৰ হব পাৰে? ই মোৰ কল্পনাৰো অতীত। সামান্য স্বাৰ্থৰ কাৰণে ভাইৰ বুকত ভায়ে হেংদাং বহুৱাব পাৰে।

[ মোহনমালা আৰু পাছে পাছে দুটা চাওদাং আহে। ]

ৰাজে—ককাইদেউ!

মোহন - ৰাজেশ্বৰ।

ৰাজে—এই গৌৰৱান্বিত ইন্দ্ৰবংশত জন্ম ধৰি এনে দস্যুবৃত্তি অৱলম্বন কৰিবলৈ—হীনতাৰ এই নিম্ন স্তৰলৈ নামিবলৈ—তোমাৰ মনত অকণো দ্বিধা বোধ নহল নে?

মোহন—ৰাজেশ্বৰ, তোমাৰ ভৎৰ্সনা শুনিবলৈকে মোক ইয়ালৈ মতাইছিলা নে কি?

ৰাজে—প্ৰয়োজন হলে তাতোকৈয়ো বেছি কিবা কৰিবৰ কাৰণে—সাজবস্তুত বিহ মিহলাই, মোৰ প্ৰাণ লবলৈ কল্মিণীৰ আশ্ৰয় লৈছিলা?

মোহন—লৈছিলোঁ।

কীৰ্ত্তি—ছিঃ! মুখেৰে মাতিবলৈ লাজ লগা নাই নে? তোমাৰ

নিচিনা নৰাধমৰ কি যে শাস্তি হোৱা উচিত, তাক ভাবি উলিয়াবলৈ সময় লাগে। ই বৰ সহজ কথা নহয়।

মোহন—মনে মনে থাক কুকুৰ! মই তোৰ লগত কথা কোৱা নাই।

কীৰ্ত্তি—কিন্তু তুমি বন্দী।

ৰাজে—তেন্তে স্বীকাৰ কৰিছা, তুমি ৰাজদ্ৰোহী—নৰহত্যাকাৰী।

মোহন—স্বীকাৰ কৰিছোঁ।

ৰাজে—বুঢ়া গোহাঁই, বৰ গোহাঁই! এই নৰহত্যাকাৰীৰ শাস্তি বিধান কৰক। মোৰ বিবেক দুৰ্ব্বল হৈ আছিছে। নৰাধম!

মোহন—ভয় নাই; শাস্তি দিয়া বাজসিংহাসনৰ কাৰণে ইয়াতোকৈ ডাঙৰ ঘটনা গৈছে। মোৰ সামান্য বসন্তৰ চিন এটা উলিয়াই মোক সিংহাসনচ্যুত কৰাৰ প্ৰতিশোধ লবলৈ যোৱা, মোৰ পক্ষে একো অন্যায় নহয়। এয়ে যদি মোৰ দোষ তেন্তে মই দোষ স্বীকাৰ কৰিছোঁ।

ৰাজে—এনে হীন উপায়েৰে? লাজ নেলাগে কাপুৰুষ!

বুঢ়া—স্বৰ্গদেৱ ঈশ্বৰ! এওঁক হাতীৰে গছকাই মাৰিবলৈ আদেশ হওক।

ৰাজে—ঠিক কৈছে—প্ৰাণদণ্ডই এই অপৰাধৰ উপযুক্ত শাস্তি। কিন্তু তথাপি এওঁক প্ৰাণ ভিক্ষা দিলোঁ। ককাইদেউ—যোৱাঁ। চাওদাং লৈ যা—এওঁক চিৰজীৱনলৈ ৰাজ্যৰ পৰা নিৰ্ব্বাসিত কৰিলোঁ।

মোহন—ৰাজেশ্বৰ!

বাজে—আৰু নাই ; যোৰা—তুমি হত্যাকাৰী, কিন্তু মোৰ ককাই। চাওদাং—লৈ যা। [ চাওদাঙে মোহনমালাক লৈ যায়। ] আৰু এই পিশাচী। [ ৰুক্মিণীয়ে ৰজাৰ ভৰিত দীঘল দি পৰে। ] তই তিৰোতা মানুহ ; অবধ্য।

বুঢ়া—এইক ওভোটাই মূৰ খুৰাই আলিত এৰি দিয়ক।

বাজে-চাওদাং এইক লৈ যা। [ চাওদাঙে লৈ যায়। ] বাঙ্গলী।

বাঙ্গলী - [ আঠু থৈ ] স্বৰ্গদেৱ ঈশ্বৰ।

বাজে—এই কথা তই জানিলি কেনেকৈ ?

বাঙ্গলী—স্বৰ্গদেৱ ঈশ্বৰ, বেটীক মাৰকেই লাগে কাটকেই ; ৰুক্মিণীক স্বৰ্গদেৱ ঈশ্বৰে মৰম কৰা দেখি আৰু বেচি ভাগ বেটীক নেমাতি ; তাইৰে হত্ৰুৰাই কাম কৰাই লোৱা দেখি বেটীৰ হিংসা লাগিল। জানোচা মোৰ ভাতি তাইক প্ৰধান নিগিৰী পাতে। সেই কাৰণে তাইৰ কোনো আসোঁৱাহ উলিয়াবলৈ আলেঙ্গে আলেঙ্গে তাইৰ সদায় পাচ লৈ ফুৰিছিলোঁ। মোহনমালা গোহাঁই দেৱে তাইক মতাই নিয়া গম পাই ময়ো পাছ ললোঁ। দুয়ো কথা পতা মই লুকাই শুনি আছিলোঁ।

বুঢ়া গোহাঁই—তই তেতিয়াইনো কৈ নিদিলি কিয় ?

বাঙ্গলী—স্বৰ্গদেৱ ঈশ্বৰে কথাটো নপতিয়াই, মোকহে ঘূৰি শাস্তি দিয়ে বুলি:কবলৈ ভয় লাগিল। কিন্তু ৰুক্মিণীৰ ওপৰত সদায় মই চকু ৰাখিছিলোঁ।

বুঢ়া—সিও সঁচা।

বাজে—তই আজি মোৰ প্ৰাণ ৰক্ষা কৰিলি বাঙ্গলী ! তোক কি লাগে ক ?

বাঙ্গ—স্বৰ্গদেৱ ঈশ্বৰে বেটীক নো কি দিব লাগিছে ? বেটীয়ে নিজৰ কামহে কৰিলোঁ।

বাজে—কিন্তু, এনে কামৰ পুৰস্কাৰ আছে আঙ্গলী ! তোৰ এই উদাৰ হৃদয়ৰ এনে মহৎ কৰ্ম্মৰ এনে এটি পুৰস্কাৰ দিব লাগিব ; যিটি মানুহৰ হাতে সাজিব নোৱাৰে—যাক তোক সৃষ্টি কৰা ঈশ্বৰে নিজে সৃষ্টি কৰিছিল। বাঘৰু—

বাঘৰু—স্বৰ্গদেৱ ঈশ্বৰ। [ আঠু লয়। ]

বাজে—তই মোৰ প্ৰিয় ভৃত্য, তোক আজিৰ পৰা হাতীচুঙ্গীৰ বৰুৱা পাতিলোঁ।

কীৰ্ত্তি—স্বৰ্গদেৱ ! এটা লিগিৰা লৰাক…… …… ।

[ কীৰ্ত্তি চন্দ্ৰৰ কথালৈ ৰজাই কাণ নিদিয়ে। ]

ৰাজে—বাঙ্গলী ! লিগিৰীৰ কাম কৰোঁতে কৰোঁতে তোৰ অন্তৰত যি খিনি দিব পৰা বস্তু লুকাই থৈছ সেইখিনি তই [ এহাতে বাঘৰু আৰু আন হাতে বাঙ্গলীক ধৰি ] মোৰ বাঘৰু মৰাণক যাচি দিবি। তাতে মই অপাৰ তৃপ্তি পাম ।

———•

# দ্বিতীয় অঙ্ক

## ১ম দৃশ্য

(ঠাই—বুঢ়াগোহাঁইব ঘবব আগব এটা বাট। সময়—সন্ধ্যাব অলপ আগতে দূবত সঙ্গীতব ধ্বনি ; বামকৃষ্ণই আৰু পানীফুকনে কথা পাতি আছি থাকে।

বামকৃষ্ণই—বোলোঁ। কবিহে হৈছিলোঁ। ? আকৌ দার্শনিক হলো কেতিয়াব পবা ?

পানীফুকন—কি হল ?

বাম—কথাটো যে মোব বাটে বাটে গ'ল। এতিয়া আকৌ কঠীয়া তলিব পবা জুবিলেহে হব।

পানী—যোৱাঁ, তোমাব কথাটো। [ কিবা শুনে। ]

বাম—থম ক'ত আৰু গলেই।

পানী—আঃ তোমাব পবা আৰু নোৱাবি দেও !

বাম—কি কবিলোঁহে মই ?

পানী—ববাচোঁন, শুনো কোনে গান গায় !

বাম—অ' ! তাকেনো নোকোৱা কিয় ? ভুল হ'ল মোব, দার্শনিক নহয় ! এই বাব কলা-বিদ্যা চর্চ্চাত লাগিল। ভালেতিহে, যি বিদ্যালৈ মন দিলে মানুহব আন কথালৈ কাণ

কলা হয় সেয়ে কলা-বিদ্যা। তুমি আৰু মোৰ কথা শুনিবা কেনেকৈ ?

পানী—আঃ, নুশুনা কেলেই ?

ৰাম—আমাৰ আকৌ কাণ থাকিলেহে শুনিম।

পানী—সেই দুখননো কি।

ৰাম—থকা নথকা সমান।

পানী—তেন্তে আছে গৰু নবয় হাল, তাতকৈ গৰু নোহোৱাই ভাল ; শেষ কৰি থওঁ, আহা। [ হাত মেলে। ]

ৰাম—[ অলপ আঁতৰি যায় ] মোৰ কোনো আপত্তি নাই, পাছে তোমাৰ উপাধি পানীফুকন শুচি কাণ কটাৰ-বন্ধু হয় বুলিহে ?

পানী—তোমাৰ পৰা আৰু উপায় নাই। গানটো শুনিবলৈ নিদিলাআৰু ?

ৰাম—ময়ো নিৰুপায়, তোমাৰ উৎপাতত মানুহে গান গাবলৈকো এৰিব। ইমান যদি ইচ্ছা হৈছে নুশুনাগৈনো কিয় ?

পানী—কোনেবা গাইছে ?

ৰাম—কাৰ ফুলনিত কোনে গান গাব ?

পানী—আহাঁ, তেন্তে ওচৰৰ পৰাই শুনোগৈ। মোৰ অকলে লাজ লাগে।

ৰাম—ও, হো হো, নোৱাৰোঁ নোৱাৰোঁ দেও। মই নেযাওঁ। লাজৰ গোটো ইমানটো আকৌ গান শুনিবলৈকো লাগে। দুয়োটা কেনেকৈ সমানে বজাই ৰাখিবা।

পানা—তুমিনো নেযাবা কেলেই, আহাঁ।

বাম—[ অলপ অলপকৈ আঁতৰি গৈ থাকে। ] তোমাৰ লাজ্ত লাগে, মোৰ ভয় লাগে দেও।

পানী—ভয় কিহৰ ভয়?

বাম—এবা; লাগে আৰু।

পানী—কোনোবা তোমাৰ প্ৰেমত পৰি নলি?

বাম—সেইটোনো—কি আচৰিত কথা। তাতকৈ মোক ববৰকৰাই মাতিছিল সিদিনা, মই তেওঁক দেখা কৰি আহোঁ। তুমি গান শুনা। মই আহিলোঁৱেই [ বেগাৰে প্ৰস্থান )

পানী—বাক, ববাঁ। [ বিপৰীত ফালে প্ৰস্থান। ]

## ২য় দৃশ্য

( ঠাই—বুঢ়াগোহাঁইৰ পুখুৰী পাৰৰ ফুলনি বাৰী। সময়—সন্ধ্যাৰ অলপ আগতে। অহল্যাৰ সখীয়েক হঁতে ধেমালি কৰিবলৈ অপেক্ষা কৰি বৈ থাকে। )

১ম সখি—ক'তা, অহল্যা সখি দেখোন এতিয়াও নাহিল।

২য় সখি—জানো কি কৰিছে। পাহৰিলেই হবলা। আজিয়ে মাধৈমালতী জোপাৰ বকুলৰ লগত বিয়া পাতিছিলোঁ।

৩য় সখি—নহয় অ' অহল্যাৰ কিবা এটা হৈছে। আজি দেখোন

এমাত মানব পৰা মন চন্ মাৰি ফুৰিছে। কিবা এটা যেন ভাবি ফুৰে।··· ( অহল্যাৰ প্ৰবেশ )

অহল্যা—ক'তা? ( জোৰেৰে হাঁহিবলৈ চেষ্টা কৰি ) মোৰ অকণমান অহা পলম হোৱা বাবেই বদনাম কৈছিলা নহয়।

২য়—নহয় সখি, তুমি আকৌ বিয়াৰ কথা পাহৰি গলা বুলিহে ভাবিছিলোঁ। চোৱাচোন, বকুল জোপাৰ কি আনন্দ। মাধৈ মালতীক পাম বুলি আনন্দতে নাচিছে। ( সুৰ লগাই )
"হাবিৰে চৰায়ে কিৰিলি মাৰিলে
গছৰ পৰা গুটি খাই
আমাৰ বকুল বোপাই কিৰিলি মাৰিছে
মাধৈ মালতীক পাইহে।"

অহল্যা—সখি, বেয়া নেপাবা দেই। আজি আৰু বিয়া নেপাতো। পৰহিলৈ পাতিম।

১ম—কিয়, দৰা ঘৰত কাৰোবাৰ অশৌচ লাগিল নে কি? বিয়া যে স্থগিত হ'ল?

২য়—আজি বিয়াৰ দিন নাই হবলা। পৰহিলৈ তিথি বাৰ ভাল।

অহল্যা—ঠাট্টা নকৰিবা সখি। আজি মোৰ গা ভাল লগা নাই দেখি বিয়া পাতিবৰ মন যোৱা নাই।

১ম—গা নে মন?

২য়—মুখতে যেই সেই এটা বেয়া আৰু।

অহল্যা—সখি, মোৰে শপত তোমালোকে বেয়া নেপাবা। পৰহিলৈ নিশ্চয় পাতিম।

২য় সখি– তেনেহলে ইয়াত বই থাকি কি কৰিম। বলাহক যাওঁগৈ।

( ১ম আৰু ২য়ৰ প্ৰস্থান )

৩য়—সখি তুমি এনেকৈ মন মাৰি থাকা কিয় ? তোমাৰ কি হৈছে কোৱা ?

অহল্যা—ক'তা মোৰ একো হোৱা নাই দেখোন।

৩য়—তোৰ আগত ফাঁকি দি সাৰিব নোৱাৰোঁ।

অহল্যা—সখি ! ..

৩য়—তুমি নকলেও হব। সব মিলি গৈছে।

অহল্যা—কি মিলি গৈছে ?

৩য়—যি ভাবিছিলোঁ।।

অহল্যা—কি ভাবিছিলা ?

৩য়—সব অবিকল মিলি গৈছে। প্ৰথম দেখাদেখি, তাৰ পাছত অনুৰাগ—অনুৰাগৰ পাছত আকুল নয়নে বাটলৈ চাই থকা, অৰ্থাৎ নাটকৰ বা উপন্যাসৰ ভাষাত কবলৈ গলে প্ৰতীক্ষা—তাৰ পাছত অভিমান। অভিমান আৰু কিমান দিন থাকে ? তাৰ পাছত কোনোবা সখি চিত্ৰলেখা যাব লাগিব কুমাৰক আনিবলৈ। উষা আমাৰ কান্দি কাটি আউল বাউল।

অহল্যা—সখি ধেমালি নহয়। পানা ফুকনৰ বিনে—

৩য়– ( সুৰ লগাই ) "প্ৰাণ নাৰহে মোৰ।" প্ৰাণ যেনিবা নৰহেই পাছে কি কৰিবা ?

অহল্যা— মৰিম।

৩য়—আত্মহত্যা কৰিবা ? সি আকৌ কি নতুন কথা ? অনেক মানুহে এনেকৈ প্ৰেমত পৰি প্ৰাণত্যাগ কৰে - তুমিও কৰিবা। বাৰু; তাৰ আগতে চেষ্টা কৰি চোৱা যাব, কি কৰিব পৰা যায়। বাৰু, এতিয়া গান এটাকে গোৱাচোন। গোৱা আকৌ।

( গান )

অহল্যা— কোন মায়াবীৰ যাদু পৰশত
আজি ফাগুণী হল উতলা
সপোন বিভোৰা।
নাহৰ বেণুৰে দুগাল বোলায়
শ্যামলী বিহাৰ আচল উৰাই
ঢালে মদিৰা।
চৰণ ধ্বনিত ফুলি উঠে ফুল
মালতী কৰবী পলাশ বকুল
গন্ধ মল্লিকা।
সৰসি বুকত সপোন আঁকি
কণক চপাৰ সুৰভি সানি
( কৰে ) পৰাণ উতলা

( লাহে লাহে পানীফুকনৰ প্ৰবেশ। ৩য় সখিয়ে দেখে অহল্যাই দেখা নাছিল। )

৩য়—সখি! তুমি বোৱাচোন, মই লব মাৰ ভিতৰৰ পৰা আহোঁ।

( প্ৰস্থান। তেতিয়াহে অহল্যাই পানীফুকনক দেখে আৰু ঠিয় হয়। )

পানী—বেয়া পালানেকি অহল্যা? তোমাৰ গান গোৱাত এনেকৈ আমনি কৰাৰ বাবে।

অহল্যা—কি আমনি কৰিলেনো। মই এনেহে গান গা' জানো! এনেয়ে সখিৰ লগত বহি গুণ গুণাই আছিলোঁ।

পানী—কোনে কয় তুমি গান গাব নেজানা? মই ফুৰিবলৈ যোৱা মানুহ; তোমাৰ গান শুনিয়েই সোমাই আছিলোঁ। সঁচাকৈয়ে বৰ ভাল গাব পাৰা তুমি।

অহ—গালি নেপাৰিব।

পানী—মই সঁচাকৈয়ে কৈছো অহল্যা, তোমাৰ কণ্ঠস্বৰ অতি সুন্দৰ। বাৰু এতিয়া আহোঁহে। ( যাব খোজে )

অহল্যা—এখন্তেক নবহে জানো? আহক, দেউতাও ঘৰতে আছে

পানী—আজি নবহোঁ আৰু যাওঁহে ( যাব খোজে )

অহল্যা—ৰ'ব। ক্ষন্তেক···

পানী—কিয়?

অহল্যা—কিয়? ইমান দিনেও আপুনি জনা নাইনে? আপোনাক পালে মই কিমান আনন্দ পাওঁ। নেযাব, আপুনি গলে মোৰ মুকলি মন আন্ধাৰ হৈ যাব। ( তলমুৰ কৰে )

পানী—অহল্যা—কি কৈছা তুমি?

( অহল্যা নিমাত )

ছি ভনীটি, এনে কথা কব পায় নে। তুমি যে সদায় মোৰ ভনিটিৰ আসন গ্ৰহণ কৰি আছিছা। তোমাক যে মই নিজ ভনীৰ দৰে স্নেহ কৰোঁ।

অহল্যা—নহয়, কেতিয়াও হব নোৱাৰে। আপুনি মোৰ হিয়া অধিকাৰ কৰিছে। এই হিয়াৰ খাপে খাপে আপোনাৰ ছবি অঁকা আছে। আৰু আপোনাৰ বাহিৰে কাৰো অধিকাৰ নাই।

পানা—নহয় অহল্যা। বেয়া কথা কব নেপায়। ভনীটি! এনে ভাব মনলৈ নানিবা। এই বোৰ কথা পাহৰি পেলোৱা।

অহল্যা—পাহৰিম কেনেকৈ? অসম্ভৱ। ইমান অন্যায় কৰি মোক এতিয়া আপুনি পাহৰিবলৈ কৈছে।

পানা—কি কৈছা অহল্যা? মই তোমাৰ কি কৰিছোঁ?

অহল্যা—কি কৰিছে। কি কৰা নাই। মোৰ ক্ষুধা তৃষ্ণা সকলো কাঢ়ি নিছে—মোৰ চকুৰ পৰা গোটেই পৃথিৱী নাই—কিয়া কৰি নিছে। মই কি কৰিছিলো আপোনাৰ?

পানা—অসম্ভৱ, ই হবই নোৱাৰে।

অহল্যা—কিয় হব নোৱাৰে? এই প্ৰাণ আপোনাৰ চৰণত সপি দিছোঁ। আপোনাৰ মূৰ্ত্তি গঢ়ি পূজা কৰিছোঁ। মোৰ জগতত আপোনাৰ বাহিৰে কেওঁ নাই।

পানা—মোক ক্ষমা কৰা অহল্যা। ই অসম্ভৱ। (বেগে প্ৰস্থান)

অহল্যা—গুচি গল—গুচি গল। পদাঘাত কৰি গুচি গল। ললিতা তোৰেই জয়! মোৰ সপোনৰ ধন তোৰ বুকুলৈকে গৈছে। প্ৰিয়তম! ঘিণ কৰা ক্ষতি নাই; কিন্তু মই তোমাক ভাল পাওঁ।

## ৩য় দৃশ্য

(ঠাই—ডেৰগাঁও। ৰমানন্দ ভট্টাচাৰ্য্যৰ ঘৰ। সময় দুপৰীয়া লক্ষ্মীসিংহই ৰমানন্দৰ লগত শাস্ত্ৰ আলোচনা ক'ৰি থাকে। ৰমানন্দৰ সন্মুখত মেলি থোৱা গীতা)

ৰমা—বাছা, গীতাৰ সকলো তথা তোমাক বুজাই দিছোঁ, সেই বোৰ এতিয়া উপলব্ধি কৰিবলৈ চেষ্টা কৰ। ই, বৰ কঠিন কাম।

(মোহনমালাৰ প্ৰৱেশ)

মোহন—ভাই লক্ষ্মীসিংহ।

লক্ষ্মী—কোন? ককাইদেৱ! শুনিলোঁ। তুমি বোলে নিৰ্ব্বাসিত তেন্তে ইয়ালৈ কেনেকৈ আহিলা?

মোহন—এৰা ভাই; মই নিৰ্ব্বাসন দণ্ডত দণ্ডিত, সেই কাৰণেহে তোমাক দেখা কৰিবলৈ আহিছোঁ।

লক্ষ্মী—মোক? মোক দেখা কৰিবলৈ অহা কাৰণ?

মোহন—মই এটা উদ্দেশ্য লৈ তোমাৰ ওচৰলৈ আহিছোঁ।

লক্ষ্মী—কি উদ্দেশ্য?

মোহন—এই অন্যায়ৰ প্ৰতিশোধ।

লক্ষ্মী—কিয়, সিদনা দেখোন প্ৰতিশোধ লইছিলাই! কিমান দূৰ আগ বাঢ়িলা?

মোহন—উপহাস নকৰিবা ভাই। তোমাৰ এই উপহাস মই মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছোঁ। কিন্তু উপায় নাই। যি বাটেদি ইমান দূৰ আগবাঢ়ি আহিলোঁ, তাৰ পৰা আৰু পাছ হুঁহকিবৰ উপায় নাই। মোৰ প্ৰতি অন্যায় নাই কৰা বুলিও তুমি অস্বীকাৰ কৰিব নোৱাৰা। এই ডাঙৰীয়া শ্ৰেণীৰ হাতত লজ্জিত আৰু অপমানিত হব নোখোজা যদি, মোৰ লগত যোগ দিয়া। ৰাজেশ্বৰৰ পাছত সিংহাসন দেখোন তোমাৰেই। মোৰ সিংহাসনত এতিয়া স্পৃহা নাই। মাথোন প্ৰতিশোধ লবলৈ মই ঘূৰিছোঁ। ৰাজেশ্বৰৰ নিচিনা অপদাৰ্থক গুচাই তোমাক তাত প্ৰতিষ্ঠা কৰি সিংহাসনৰ গৌৰৱ ৰক্ষা কৰাই মোৰ উদ্দেশ্য। এইবাৰ বিদ্ৰোহ কৰিম। এনে বিদ্ৰোহ —অগনি জ্বলাই দিম, যাতে কীৰ্ত্তিচন্দ্ৰ আৰু ভগী বুঢ়া গোহাঁই দুয়োটা পুৰি মৰে। ভাই! এতিয়াও বহুত মানুহ মোৰ ফালে আছে; যি এই অন্যায় নিৰবে সহ্য কৰিব লগাত পৰিছে। তুমি মোৰ সহায় হোৱা, মই দুগুণে বল পাম।

লক্ষ্মী—তোমাক ককাইদেউ বুলি মাতিছিলোঁ, কিন্তু তোমাৰ এই প্ৰস্তাৱ শুনি তোমাক নাম ধৰি সম্বোধন কৰিবলৈকো ঘিণ লাগিছে। মিছা আশা লৈ তুমি মোৰ ওচৰলৈ আহিছিলা। সেইখিনি মোৰ পৰা নেপোৱা। তুমি ইয়াৰ পৰা আঁতৰ হোৱা।

মোহন—কিন্তু, ই অন্যায় অতিচাৰৰ বিপক্ষেহে অভিযান। মোৰ ওপৰত অতিচাৰ নকৰিবা।

লক্ষ্মী—অন্যায় অতিচাৰ মই একো নুবুজোঁ। তেওঁক ৰজা পাতি যেতিয়া গোটেই আহোম ৰাজ্যই মূৰ দোঁৱাইছে, তাত আপত্তি কৰা আৰু তাৰ বিপক্ষে কথা কোৱা ৰাজদ্ৰোহ! মই ৰাজদ্ৰোহীক প্ৰশ্ৰয় দিব নোৱাৰোঁ। সিংহাসনৰ মোৰ প্ৰয়োজন নাই। এয়ে মোৰ অময়া সুখ। মোক প্ৰলোভন দেখুৱাই পাপ পথলৈ টানি নিবলৈ আহিছা?

মোহন—লক্ষ্মীসিংহ—ভাই'...... ..

লক্ষ্মী—মই একো শুনিব নোখোজোঁ।

মোহন—আজি বহুত শক্তি থাকিও কিয় সদায় পৰৰ ভূত্যৰূপে থাকিবা? কিয় সদায় ভ্ৰাতৃ অন্নৰ দাস হৈ থাকিবা? ই ভীৰুতা. ই শক্তিৰ অপব্যৱহাৰ। ই আহোমৰ কথা নহয়। তুমি কোন গুণে ৰাজেশ্বৰতকৈ নিকৃষ্ট? তোমাৰ বহুত শক্তি আছে—তুমিও হেংডাং ধৰিব পাৰা। হব পাৰে ৰাজেশ্বৰ জ্যেষ্ঠ, কিন্তু জ্যেষ্ঠ হলেই শ্ৰেষ্ঠ নহয়। উঠা বাৰৰ! উঠা ভাই, দূৰ কৰা এই কলঙ্ক। হাতত হেংডাং লোৱা:— দেখিবা. ভাগ্য লক্ষ্মীয়ে চাটুকৰৰ দৰে তোমাৰ পাছ লব।

লক্ষ্মী—মই তোমাৰ যুক্তি-তৰ্ক শুনিব নোখোজোঁ। মোক অন্যায়ৰ বাটলৈ টানি নিবলৈ চেষ্টা নকৰিবা ককাইদেউ। তুমি ইয়াৰ পৰা গুচি যোৱাঁ।

মোহন—আজি কৃপা কৰি ৰাজেশ্বৰে এমুঠি অন্ন ভিক্ষা দিছে, কিন্তু কাইলৈ যেতিয়া আন এজন ৰাজ পাটত উঠিব, কোনে কব পাৰে যে এমুঠি প্ৰসাদ ভিক্ষা তুমি তাৰ পৰা পাবা?

লক্ষ্মী—কি কৰিম ভবিষ্যতৰ ভাৱনা ভাবি। ভাগ্যত যি আছে, সি ঘটিবই।

মোহন—যি কাপুৰুষ সিহে মাথোন ভাগ্যক ধিয়াই বহি থাকে। ভীৰু তই! কাপুৰুষ তই!

লক্ষ্মী- ৰাজদ্ৰোহী তুমি, তুমি মহাপাপী!! ভ্ৰাতৃদ্ৰোহী তুমি—নিজৰ ভায়েকক বিহ দিব পাৰে যি; পৃথিবীত তাৰ অসম্ভৱ একো নাই। তোমাৰ মুখ দেখিলেও পাপ হয়। তুমি আঁতৰ হোৱা।

মোহন—মূৰ্খ, নুবুজিলি। সুবিধাক পদাঘাত কৰিলি! অপদাৰ্থ! তয়ো মোৰ কথাৰ মৰ্ম্ম বুজিব নোৱাৰিলি? অযাচিতে দিয়া ভাগ্য-লক্ষ্মীৰ বিজয় মাল্য দলিয়াই পেলালি? মূৰ্খ, ভয় নাই! মই নিজেই আহিলোঁ। কিন্তু এদিন ইয়াৰ কাৰণে তয়ো কান্দিবি।

( প্ৰস্থান )

ৰমানন্দ ধন্য, আজিহে মই ধন্য মানিলোঁ।

লক্ষ্মী—গুৰুদেৱ, যি উচ্চ আদৰ্শত পুত্ৰক অনুপ্ৰাণিত কৰিছে, সেই আদৰ্শৰ পৰা যেন কেতিয়াও পদচ্যুত নহওঁ। আশীৰ্ব্বাদ কৰিব।

ৰমা—আশীৰ্ব্বাদ কৰিছোঁ পুত্ৰ! তুমি যেন এক মহা বিজয়ী বীৰ-পুৰুষ হোৱা। ৰজাৰ আদৰ্শ হোৱা!

# ৪থ দৃশ্য

( ঠাই চেউনী আলি। সময় ৰাতিপুৱা ছাতিৰে বিচি বিচি ৰতি কান্তৰ প্ৰবেশ )

ৰতি—কৃষ্ণ, কৃষ্ণ, কি টিকা ফটা ৰ'দ ঐ। এই পুৱাতেই প্ৰাণ যায়। এই গছজোপাৰ ছাঁতে জিৰাম নে কি! জানোছা বেলি হয়। ( বহে। )

জগৰা ( একেফালেদি জগৰা আহে। ) দেউ। যি হে দক্ষিণা লোৱা খোজ দিছে, মই লগ ধৰিব নোৱাৰো যেন দেখি গলোঁ। এই টিকা ফটা ৰ'দত ইমানটো কোৰ কোন ফালে দিছে নো?

( বহে )

ৰতিকান্ত—এৰা, কিমান বোলানো ৰজাৰ টোলৰ ফালে যাওঁ। তোৰ গাঁঠিত গুৱা আছে নে?

জগৰা—দেউ আছে। পাছে বিধুতি গাৰেই ভঙ্গা হব জানো?

ৰতি—দেখোন বাৰু গাঁঠিখন। মই ধুতিয়েই আহিছোঁ। বাটে ঘাটে বৰ নিয়ম পালন নকৰিলেও হয়। শাস্ত্ৰত কৈছে নহয় "ৰাস্তায়াং নিয়মো নাস্তিঃ।"

জগৰা—হয়, হয়। পাছে ৰজাৰ টোললৈ নো কি মন কৰিবা! কিবা দান দক্ষিণাৰ আয়োজন হৈছে নে কি?

ৰতি—কিদান দক্ষিণাৰ আয়োজন হব পাই? এৰা, ৰাজপাটত উঠিবৰ পৰা আমি এই খুৰা হবলৈ পোৱা নায়েই বুলিবি।

দেশত ধৰ্ম্ম কৰ্ম্ম নাইকিয়া হল। ছুদিনে তিনদিনে বামুণ খোৱা, শান্তি স্বস্তিয়ান আদি হৈ থাকিলেহে, ৰজাৰো মঙ্গল কিন্তুৰূপে ৰাইজৰো মঙ্গল।

ভগৰা—হয়, হয় ঠিক কৈছে। আপোনৰ দৰেহুই এজন এতিয়াও আছে বুলিয়েই ইমানেই ৰইখা পৰি আছে। পাছে—অহাৰ কথাটো নকলে দেখোন?

ৰতি—অ' এৰা। তই আকৌ জান বুলিহে মই মনে মনে আছোঁ। মণিপুৰীয়া ৰজা আমাৰ দেশলৈ অহা কথা শুনি নাই জানো?

ভগৰা—জানো? মই আকৌ ভগৰাই সেইবোৰ কথাৰ কি ভু পাওঁ।

ৰতি—মণিপুৰিয়া ৰজাক হেনো কোনোবা এটা ৰজাই ৰাজ্যখন কাঢ়িলৈ খেদিলে। আমাৰ ৰজাৰ ওচৰত ৰাজ্য উদ্ধাৰ ক'ৰবলৈ সহায় বিচাৰি আহিছে। লগতে হেনো ৰজাৰ জীয়েকো আহিছিল। পাছে, আমাৰ বুঢ়া ৰজাৰ মন খালেনে কি জানো, ছোৱালীটি ৰাণী কৰি লব খুজিছে। আজি ৰজাৰ চকলং। মানুহ হিলদোল ভাঙ্গি গৈছে। দান দক্ষিণা হয়েই বিজানি। সাত পাঁচ গুণি এই ফালে খোজ ললোঁ।

ভগৰা—হয় নে, বৰ বঢ়িয়া কথা। তেনে ময়ো যাওঁ ৰজাৰ চকলংকে চাওঁগৈ। পাছে দেউ! অসমীয়া মানুহে মণিপুৰীয়া ছোৱালী বিয়া কৰোৱা বাবে ৰজাৰ জাত নগল নে?

ৰতি—ভাল কথাটো সুধিছ? জাত আক যাবলৈ আছে নে?

বুইচ, জাতকুল যোৱালৈ মানুহে আৰু কালি ভয় নকৰাত পৰিল

জগৰা—এৰা, এৰা, দেউ ! দেশ উলটিল, পাছে ৰজা শুধি পানী খালেও উধাৰ নহব নে ?

ৰতি— কেলেই নহব ? শাস্ত্ৰত কৈছে নহয়
"যদি মণিপুৰিং কন্যাং ৰজায়ং বিবাহ' কৰে
সপ্তধেনু পৰাচিতং তুৰন্তে বিশুদ্ধাতি ।
সাতধেনু পৰাচিত হলেই হব ।"

জগৰা—হয়,, হয় দেউ । আপুনি অ'ক নেজানিবলৈ কিবা আছেনে ? চাৰিবেদ চৈধ শাস্ত্ৰ তেনেই পানী কৰি খৈছে নহয় । পাছে উঠক ; বেলি হব আকৌ ।

ৰতি—এৰা, উঠ ; কৃষ্ণ । ( দুয়োৰো প্ৰস্থান । সেই বাটে-দিয়েই ৰমাকান্ত আৰু বগা'ৰ প্ৰবেশ । )

ৰমা—ডেকা প্ৰভুনো বাতি পুৱাই কোন ফালে ওলাল ?

বগা—( ঠাট্টাৰ সুৰেৰে ) কিয় ৰজাৰ ঘৰত উৎসৱ চাবলৈ ?

ৰমা – উৎসৱ চাবলৈ নে কি ?

বগা—এৰাতো । পাচে তুমিনো কোন ফালে ওলালা ?

ৰমা—হওঁতে ময়ো এক উৎসৱ চাবলৈকে ওলাইছোঁ ।

বগা—হয় নে ? ভালেই তেন্তে । পাচে—মই আহিছিলোঁ সেনাপতি ৰমাকান্তৰ ওচৰলৈ ।

ৰমা—ৰমাকান্তনো সেনাপতি হল কেতিয়াৰ পৰা ?

বগা—কিয় ? তুমিয়েই যদি সেনাপতি নহবা ; হম মইনে ?

ৰমা—কিয় ? আপুনি সেনাপতি পদ ললে কিবা সৈন্যবোৰৰ তৰোৱালৰ ধাৰ নাইকিয়া হব নে ?

বগা—ভাই ! আমাৰ অস্ত্ৰৰ লগত কি সম্বন্ধ ? আমাৰ সম্বন্ধ শাস্ত্ৰৰ লগত, ধৰ্ম্মৰ লগত। পিতাদেৱেতো তোমাৰ পিতাৰাক প্ৰধান সেনাপতি পাতিয়েই থৈছে।

ৰমা—থক বাক, সেইবোৰ কথা। পাছে মোকনো কেলেই বিচাৰিছিল ?

বগা—ফুৰি ফুৰি এইখিনি পালোঁহি—বিচাৰিছিলোঁ এনেয়ে হে বাক—বাক, আহোম ৰজাই মণিপুৰিয়া ৰজাক সহায় কৰিব খোজা হয় নে ? কথাটো সঁচা নে ?

ৰমা—সঁচা। অলপতে বোলে সৈন্য পঠিয়াব।

বগা—যদি সেয়ে হয়, আহোম ৰজা এই সময়ত কিছু দুৰ্ব্বল হৈ থাকিব। এয়ে আক্ৰমণৰ উপযুক্ত সময় বুলি নেভাবা নে ? আমিতো এক ৰকম সাজু হৈছোঁৱেই।

ৰমা—নহয়, প্ৰভু ! আপুনি ভুল কৰিছে। আমি এতিয়াও সাজু হব পৰা নাই। আমাৰ সৈন্য শক্তি এতিয়াও দুৰ্ব্বল হৈয়েই আছে। তদুপৰি মোৱামৰীয়াৰ অন্তৰত এতিয়াও সম্পূৰ্ণভাবে বিদ্ৰোহানল জ্বলি উঠা নাই। তাৰ প্ৰমাণ মই এতিয়াই আপোনাক দেখুৱাম। সোৱা, দূৰলৈ চাওক। মই সেই উৎসৱ চাবলৈহে আহিছোঁ।

বগা—( দূৰলৈ চাই ) বুজিছোঁ।

ৰমা—হয়তো ইয়াতোকৈ ভাল সুবিধা আহিব পাৰে। মোৰ

দৃঢ় বিশ্বাস। কাৰণ ; ফুলেশ্বৰী কুঁৱৰীয়ে যি অন্যায় কৰি গল, তাত ৰাজেশ্বৰ সিংহই আহুতি মেলিলে। এই অন্যায়ৰ ফল-ভোগ আহোম ৰজাই কৰিবই লাগিব। কোনে জানে এই অন্যায়ৰ প্ৰায়শ্চিত্তৰ মূল্য সিংহাসন নহব। ( ৰাজটোলত উৎসৱ চাবলৈ দল বান্ধি অনেক মোৱামৰীয়া আছে। )

১ম—( পাচলৈ চাই ) হেৰ' সেৰেলা ঐ—নাহ কেলেই। থাকিবি পাচ পৰি। ( দূৰত হেৰ' কলাম্বা আহ ঐ। )

২য়—এঃ, পাওঁতে পাওঁতে ভালেখিনি পৰ হব।

ৰমা—বাহক, মই তুআযাৰ ম'ন কথা কব খোজোঁ, শুনি যাব যদি।

১ম—কোৱা, কোৱা বোপা ; কেলেই নুশুনিম।

২য়—এঃ এনেয়ে বেলি হৈছে ! — বাটত পালে কমাৰ দাখন গঢ়ি দিয়া আমাৰ।

সকলো—কওক কওক আমি শুনিম।

৩য়—বোপা তুমি জানো নেযোৱা, বাটে বাটে চোন কৈ যাবা। ব'লা।

ৰমা— কলৈ ? ৰাজটোলত উৎসৱ চাবলৈ ? আহোম ৰজাই কৰা অপমান হজম কৰিব পৰা শক্তি মোৰ এতিয়াও হোৱা নাই। ভাইহঁত ! যি কাঠচৰ, যি বাঢ়নীৰ কোৰ আহোম ৰজাই মোৱামৰীয়াক দিলে তাক বেচ পাহৰিলা ! ঋিদিনা তোমা-লোকে—তোমালোকে নোহোৱা ; তোমালোকৰ ভাইহঁতে-যি প্ৰতিশোধৰ প্ৰতিজ্ঞা গুৰুৰ ওচৰত কৰি আছিলা, তাকো

পাহৰিলা। এনেকৈ পাহৰিব, এনেকৈ সহিব পাৰিলেতো ভালেই আছিল! সহিলে আপদ যায়। কিন্তু নোৱাৰি। গাত তেজ থাকে মানে এনে অপমান মানুহে সহ্য কৰিব নোৱাৰে। ফুলেশ্বৰী কুঁৱৰীয়ে মোৱামৰীয়া মহন্তক—মোৱামৰীয়াবোৰক ছাগলীৰ তেজ কঁটিওৱা পাহৰি গলা নে? আমাৰ ধৰ্ম্মক অপমান কৰা পাহৰি গলা নে? তেতিয়া দেখোন কৈছিলা "প্ৰতিশোধ ল'ম"। আকৌ সিদিনা বাজেশ্বৰৰ অভিষেকত নিৰ্ম্মালি দিয়াত; আমাৰ গুৰুক হীন আসন দি অপমান কৰাৰ কথা ইমান সোনকালে পাহৰি গলা নে? এনে মান অপমানৰ জ্ঞান নথকা তোমালোক! এনে মুৰ্খ তোমালোক! আজি আহিছা আকৌ ৰজাৰ টোলত উৎসৱ চাবলৈ! আকৌ হয়তো নতুন অপমান, নতুন লাঞ্ছনা সহি আহিবলৈ। ধিক!

১ম—ঠিক কৈছা বোপা, আমি অতি মুৰ্খ।

সকলোৱে—আমি নেযাওঁ। কেতিয়াও আহোমৰ লগত সংশ্ৰৱ নেৰাখো।

২য়—আহোম দেখিলেই মাৰিবি। জুই লগাই দিবি তাহাঁতৰ ঘৰত।

সকলো—মাৰ্ মাৰ্।

ৰমা—ক্ষান্ত হোৱা ভাইহঁত! উত্তেজিত নহবা। মুৰ্খৰ দৰে চিঞৰ বাখৰ কৰিলেই কাৰ্য্য সিদ্ধি নহয়। অতি শান্ত ভাৱে, অতি ধীৰ ভাৱে নিজৰ কাৰ্য্য কৰি যাব লাগিব। সময় হোৱা

নাই। আমাৰ শক্তি এতিয়াও দুৰ্ব্বল। নিজৰ গাত বল বান্ধি লৈহে লোকৰ লগত যুঁজ কৰিবলৈ যাবা। দেবতায়ো য'লৈ যাবলৈ ভয় কৰে, মূৰ্খইহে মাথোন তালৈ লৰ ধৰে। প্ৰথম খোজদি দ্বিতীয় খোজ দিবলৈ বাট ভালকৈ চাই লব লাগিব। আমাৰ প্ৰত্যেক ডেকা লৰাই সৈন্য শ্ৰেণীত ভুক্ত হব লাগিব। নিয়ম মতে যুদ্ধ-বিদ্যা শিক্ষা কৰিব লাগিব। এতিয়া ঘৰলৈ যোৱাঁ। গুৰু ঘৰত সকলোটিকে লগ পাম বুলি আশা কৰিলোঁ। গোৱা সমস্বৰে—( সকলোৱে গাই। )

অষ্টভূজে সপ্তভূজে চতুৰ্ভূজে বাখে
তাৰ দাই তাকে কাটে, তাৰ গিলৈ তাকে মাৰে
চতুৰ্ভূজে বাখে।

বোলা—জয় মোৱামৰীয়াৰ জয়—জয় মোৱামৰীয়াৰ গুৰুৰ জয়।

( সকলোৰে প্ৰস্থান। ছদ্মবেশে মোহনমালাৰ প্ৰবেশ। )

মোহন— ঠিক কথা। সুবৰ্ণ সুযোগ। এই মোৱামৰীয়াৰ লগত যোগ দিয়াই প্ৰতিশোধ লোৱাৰ একমাত্ৰ উপায়। ইয়াৰ ফলত ভাগ্য-চক্ৰ ঘুৰিলেও ঘুৰিব পাৰে—সিংহাসন লাভ হবও পাৰে। কেনে জানে, মোৱামৰীয়াৰ লগত আহোমৰ এই বিবাদ মোৰ সিংহাসন লাভৰ পৰোক্ষ কাৰণ! মোৱামৰীয়াকতো সিংহাসন নেলাগে। সিহঁতক লাগে প্ৰতিশোধ। মোৰ প্ৰতি কৰা অন্যায়ৰ কথা সিহঁতক কলে; হয়তো সিহঁতে মোক সিংহাসন দিব পাৰে। হাঃ হাঃ— বুঢ়া গোহাঁই, বৰ বৰুৱা অলপ অপেক্ষা কৰ, মই সিংহাসনৰ উপযুক্ত নে অনুপযুক্ত প্ৰমাণ পাবি। (প্ৰস্থান। )

## ৫ম দৃশ্য

( ঠাই—বুঢ়া গোঁহাইৰ ঘৰ। সময়—আবেলি। বুঢ়াগোঁহাই আৰু হৰনাথ ফুকনে কথা পাতি থাকে। )

বুঢ়াগোঁহাই—কিবা অলপ নিজৰ কথাতে গোঁহাই আপোনাক মতাই পঠাইছিলোঁ। মই নিজেই যাব খুজিছিলোঁ; পাছে, যাব নোৱাৰিহে আপোনাক আহুকাল দিব লগা হল।

হৰনাথ—কি আহুকালৰ নো কথা কৈছে ডাঙৰীয়া, পাছে কথাটোনো কি ?

বুঢ়া গো—আমাৰ বৰ ছোৱালীটি এই বগাগ মাহৰ ভিতৰতে দিব পাৰিলে ভাল। আপোনাৰ ভাগিনীয়েক বৰৈ বোপাৰো বিয়াৰ উপযুক্ত সময় হৈছে। আমাৰ দুয়োঘৰ মানুহৰ আগৰে পৰা স্নেহ প্ৰীতি চলি আহিছে। এতিয়া এই ডেকা—গাভৰুৰ মিলনে তাক বাখিব বুলি আশা কৰোঁ। বৰৈ বোপাৰ হাতত মোৰ ছোৱালীটি অৰ্পণ কৰিব পাৰিলে মই নিশ্চিন্ত হব পাৰোঁ। বাহি যোৰাও ভাল আছে। মই চোৱাই থৈছোঁ। আপুনি কি কয় ?

হৰনাথ—ময়ো এই প্ৰস্তাৱ কিছুদিনৰ আগতে হোৱা হলে, বৰ আনন্দৰে মত দিলোহেঁতেন। আৰু এই মিত্ৰতাত সুখী হলোহেঁতেন।

বুঢ়া গো—কিয়, কিবা বিয়াৰ কিবা বন্দবস্ত হৈ আছেনে কি ?

হৰ—হয়।

বুঢ়া গো—কাৰ লগত ?

হৰ—কীৰ্ত্তিচন্দ্ৰ বৰ বৰুৱাৰ জীয়েক ললিতাৰ লগত।

বুঢ়াগো—বৰ বৰুৱাৰ জীয়েকৰ লগত ?

হৰনাথ—হয়। আজি ছমাহ মানৰ আগতে বৰ বৰুৱাই এই প্ৰস্তাৱ কৰিছিল। ময়ো লবাৰ সেই ফালে টান থকা দেখি সমৰ্থন কৰি থলোঁ।

বুঢ়াগো—কিন্তু ইচ্ছা কৰিলেই আপুনি কথাটো ভাবি চাব পাৰে। সেইটোনো কি কথা। তাত কোনো দোষ নাই। বিয়াৰ বিষয়ত এনেকৈ বহুত দিনৰ আগতে দি থোৱা কথা প্ৰায়ে বদলি হয়।

হৰ—ডাঙৰীয়া! সেইটো বৰ অন্যায় কথা হব। এবাৰ যেতিয়া কথা দি থৈছোঁ, তাক আকৌ কোন মুখেৰে না কৰিব পাৰিম। তাৰ উপৰি—

বুঢ়া গো—তাৰ উপৰি নো কি ?

হৰ—তাৰ উপৰি লৰা ছোৱালী দুয়োটিৰে ভিতৰত বৰ মিল যেন দেখিছোঁ। সেই কাৰণে এতিয়া ভঙা পতা কৰিবৰ মন নাই।

বুঢ়া গো—বিয়াৰ আগেয়ে মিল-অমিলৰ কোনো কথা নাই। বিশেষকৈ ডেকা গাভৰুৰ মিলৰ কথাত কোনো মূল্য নাই। সেইটো সিহঁতৰ বয়সৰ কথা। আজিৰ ভালপোৱা কাইলৈ

আকৌ আন এজনী গাভৰু দেখিলেই পৰিবৰ্ত্তন হৈ পৰে।

হৰ—সকলোৰে ভালপোৱা যে তেনে মূল্যহীন তাক মই স্বীকাৰ কৰিব নোখোজোঁ। সি যি কি নহওক, লবাৰ যেতিয়া মন সেইফালে ঢাল দেখিছো ; তাৰ বিপৰীতে কাৰ্য্য কৰা যুক্তি সঙ্গত হব জানো ?

বুঢ়া গো—বৰৈ বোপাক আপুনি আ-শৈশৱ তুলি তালি ডাঙৰ দীঘল কৰিছে। আপুনিয়েই তাৰ অভিভাৱক। আপোনাৰ সহায়তে ৰাজঘৰত তেওঁ হুৱলীয়া ফুকনৰ বিষয় খাইছে। তেওঁ আপোনাৰ কথা কেতিয়াও পেলাব নোৱাৰে। আপুনি যিহকে কৰিবলৈ কয়, তেওঁ নিশ্চয় তাকে কৰিব।

হৰনাথ—মোৰ কথা অৱশ্যে নেপেলায়, তথাপি এনেবোৰ বিষয়ত জোৰ-জবৰ্দস্তি কৰিলে সিহঁতৰ ভবিষ্যত জীৱন অসুখীয়া হব। বৰবৰুৱাকো এবাৰ কথা দি তাক ভাঙো কেনেকৈ ?

বুঢ়াগো—যেনিবা ভাঙিলেই, কীৰ্ত্তিচন্দ্ৰই নো আপোনাক কি কৰিব ?

হৰনাথ—একো কৰিব নোৱাৰে। কৰা নকৰাৰ কোনো প্ৰশ্নই নুঠে ; পাছে মনে তেনে কৰিবলৈ নকয়।

বুঢ়া—তেন্তে আপুনি মোৰ অনুৰোধ ৰক্ষা কৰিব নোখোজে। কথাটো ভালকৈ ভাবি চাব ; বৰৈ বোপাক হুৱলীয়া ফুকনৰ পদ দিয়াত আপোনাৰ প্ৰধান সহায় মইহে আছিলোঁ।

হৰনাথ—সেইবাবে মই আপোনাৰ ওচৰত কৃতজ্ঞ। কিন্তু কি কৰিম, উপায় যে নাই।

বুঢ়া গো—শুকন ডাঙৰীয়া! মোৰ এক মাত্র সন্তান মাতৃহাৰা কন্যা। মই আপোনাৰ ভাগিনিয়েকক অতুল ঐশ্বৰ্য্যৰ অধি-কাৰী কৰিম। তাক বুঢ়া গোহাঁইৰ পদত প্রতিষ্ঠা কৰি যাম। ই, বৰৈৰ কাৰণে সামান্য লাভ নহয়। এনে সৌভাগ্য অৰিবে নেঠেলিব। ই, সাধাৰণ কথা নহয়।

হৰনাথ—নিশ্চয় নহয়। কিন্তু ডাঙৰীয়া! মই সেই শ্রেণী-মানুহৰ মাজত নাই। সতাক সামান্য ঐশ্বৰ্য্যৰ মূল্যত বেচিব নোৱাৰোঁ। এতিয়া আহোঁহে। মোক ক্ষমা কৰিব।

(প্রস্থান)

বুঢ়া—যোৱা, এৰা তুমিয়েই বা কি কৰিবা? কীৰ্ত্তিচন্দ্র! তোৰ প্রতিপত্তি দিনে দিনে বাঢ়ি উঠিছে—লাহে লাহে তোৰ জয় হৈ উঠিছে। অকল ৰাজনীতি নহয়; গৃহ নীতিও পাইছেহি। আজি তোৰ বলতে হৰনাথে মোৰ প্রস্তাব উপেক্ষা কৰিব পাৰিছে। সুমলি বৰগোহাঁইয়ে ঠিক কথাকে কৈছিল, যে কীৰ্ত্তিচন্দ্রৰ প্রকোপ লাহে লাহে বাঢ়িছে। (অলপ ভাবি) ঠিক কথা, কীৰ্ত্তিচন্দ্রক পঠাম বুলি ভাবিছিলোঁ। তাক নহয়, হৰনাথকহে সেনাপতি কৰি মণিপুৰৰ ৰজাক সহায় কৰিবলৈ পঠিয়াব লাগিব। তাৰ পাছত কীৰ্ত্তিচন্দ্রক দেখা যাব।



# ৬ষ্ঠ দৃশ্য

(ঠাই—ৰজাৰ ভিতৰ চ'ৰা। সময়—সন্ধিয়া ৰজা আৰু কুৰঙ্গনয়নীয়ে গান শুনে। )

নাচনী ছোৱালীহঁত— গীত

হিয়াত ভুমুকি মাৰি, নেযাবা আঁতৰি সখি
পৰাণত ঢৌ তুলি দি।
শুনিযোৱা কথা এটি, চাই যোৱা ছবি খনি
পৰাণত আঁকি দিলো কাৰ ॥
বিৰহ চকুলো টুকি মাৰযায় বেলিটিয়ে
চকুৰ ঠাৰতে কৈ যায়।
মনৰ বেথাটি সখি নথবা গোপন কৰি
কোনে জানে কালি কিনো হয় ॥
আজিৰ গোলাপ পাহী কালিলৈ হব বাহী
নেথাকিব মৌসনা তাত।
আজিৰ অধৰ সুধা হিয়াৰ মাধুৰী কণা
যায় যদি মৰহী হিয়াত ॥

ৰাজে—হৈছে। আজিলৈ তইঁত যা বাক। ( সকলোৱে সেৱা কৰি প্ৰস্থান। ) ৰাণী! আমাৰ দেশৰ নাচ গান তোমাৰ কেনে লাগে ?

কুৰঙ্গ—ভাল লাগে, ৰঙহৰ দেউ! ছোৱালীহঁতে ভাল শিক্ষা কৰিছে।

ৰাজে—শুনিছোঁ, তোমালোকৰ দেশৰ সকলো মানুহে নাচ গান

চৰ্চ্চা কৰে। প্ৰায় বোৰেই ওস্তাদ। তুমি যদি এটা গান গাই শুনালাহেঁতেন।

কুৰঙ্গ—বঙহৰদেউ! আপুনি যি শুনিছে সি সঁচা। মণিপুৰৰ প্ৰায় মানুহে অলপ নহয় অলপ নাচ গান জানে। ইও এটা শিক্ষাৰ অঙ্গ। আমাৰ দেশখন দেখিবলৈ যেনে মনোৰম— পৰ্ব্বতেৰে আবৰা—সুন্দৰ প্ৰাকৃতিক দৃশ্য; ঠিক সেইদৰে মানুহবোৰো সদায় ৰঙিয়াল। মানুহৰ মনত সদায় স্ফুৰ্ত্তি। অতি বিনন্দীয়া আমাৰ দেশখন।

ৰাজে—সঁচা, মই তোমালোকৰ দেশৰ বিৱৰণ কটকীৰ মুখে শুনিছোঁ। বাৰু, এতিয়া এটা গান গাবা জানোঁ?

কুৰঙ্গ—ভাল বাৰু, বঙহৰদেউ! (বাণীয়ে সুন্দৰ এটি গীত গাই আৰু নৃত্য দেখুৱাই।)

গীত

মাজ নিশা তই অ' কেতেকী, নেগাবি তোৰ বিৰহ গঁথা গান।
মোৰ প্ৰাণলৈ নানিবি মাতি, অ' কেতেকী সাতো সাগৰৰ বাণ॥
মো মনা পাগল কৰা তোৰ এই কৰুণ তান,
হিয়া মোৰ যমুনাৰ ঢৌ, থৌকিবাথৌ আকুল কৰে প্ৰাণ।
জোনাক ৰাতিৰ থোহৰ বাশি তোৰ গীততে ম্লান।
শিয়ঁৰি উঠে নিজম ৰাতিৰ বিশ্ব বীণাৰ তান।

ৰাজে—চমৎকাৰ! অতি চমৎকাৰ! বাণী, ধন্য তোমাৰ শিক্ষা।

কুৰঙ্গ - বঙহৰ দেৱৰ শলাগ মূৰ পাতি ললোঁ। অভয় পালে শ্ৰীচৰণত এটি কথা নিবেদন কৰিব খোজোঁ।

বাজে—কোৱা, কি কথা বাণী ?

কুৰঙ্গ—পিতাদেউ বাজ্যৰ পৰা আহিবৰ ভালে দিন ; তেখেত দেশলৈ উভতি যাবলৈ উদ্বিগ্ন হৈ উঠিছে।

বাজে—সেই বিষয়ে মীমাংসা কৰি সকলো কাৰ্য্যৰ ভাৰ মই বুঢ়া গোহাঁইক দিছোঁ। তেখেতে কি বন্দোবস্ত কৰিছে মই নেজানোঁ। বাৰু, মই ডাণ্ডৰীয়া সকলক এতিয়াই মতাই পঠাই তাৰ এটা সুবন্দবস্ত কৰিম। কোন আছ ? ( লিপিবাৰ প্ৰবেশ ) ডাঙ্গৰীয়া সকলক মাতি আন। ( লিপিবাৰ প্ৰস্থান ) বাৰু বাণী, তুমি এতিয়া ভিতৰলৈ যোৱা। মই সকলো কথাৰ এতিয়াই সুবন্দবস্ত কৰিম। ( ডাণ্ডৰীয়া সকলৰ প্ৰবেশ ) বুঢ় গোহাঁই ডাণ্ডৰীয়া, মণিপুৰীয়া বজাক বিদায় দিয়াৰ ব্যৱস্থা কৰা হল নে ?

বুঢ়া গো—হয়, স্বৰ্গদেৱ ঈশ্বৰ। আমি মান সৈন্য দি বজাক পঠিয়াই দিওঁ। লগত সেনাপতি বৰ ফুকন যাওক।

বাজেশ্বৰ—ভাল কথা। বৰ ফুকন ! আপুনি তেনে যাত্ৰা কৰিবলৈ সাজু হওক গৈ।

বৰফুকন—স্বৰ্গদেৱ ঈশ্বৰৰ যেনে আজ্ঞা। পাছে অভয় দিলে স্বৰ্গদেৱ ঈশ্বৰক এটি কথা জনাব খোজো।

বাজে—কওক, কি কথা ?

বৰফুকন—স্বৰ্গদেৱ ঈশ্বৰে বজীক বাব দিন মান সময় দিব লাগে। সাত দিন মানৰ পাছত ভাগিন লবাটোৰ বিয়াৰ দিন স্থিৰ কৰিছোঁ।

বাজে—ছুৱলীয়া ফুকনৰ বিয়া ? বৰ সজ কথা। পাছে পাত্ৰী বা ক'ত

ৰৰফুকন—ৰৰৰকৱাৰ জীয়েক।

বাজে—শুভ সংবাদ। মই বৰ আনন্দ পালোঁ। বাক, আপোনাক বাবদিন সময় দিয়া হল। বুঢ়া গোহাঁই ডাঙৰীয়া! পাছে এতিয়া কি কৰা হয় ? বজা বোলে যাবলৈ বৰ উদ্বিগ্ন হৈ পৰিছে।

বুঢ়া—তেন্তে বজাক কাইলৈ বিদায় দিয়া হওক। তেওঁ আগ বাঢ়ক।

ৰৰপাত্ৰ—বজাক মোৰ মনেৰে আগেয়ে পঠিয়াই দিয়া ভাল নহব। কাৰণ বাট পথ আমাৰ অচিনাকি। অচিনাকি বাটত বাধা বিঘিনি অনেক স্বৰ্গদেৱ ঈশ্বৰ।

( স্বগতঃ ) প্ৰতিশোধৰ ই এটা উত্তম ব্যৱস্থা। ( প্ৰকাশ্যে )

বুৰাগোহাঁই—মোৰ মনেৰে বজাক আগতে পঠাই দিলেও আমাৰ বিশেষ অসুবিধা নহব। বজা আহিবৰো ভালে দিন হ'ল। তেওঁ যেতিয়া উদ্বিগ্ন হৈ উঠিছে, তেখেতক বিদায় দিয়াহে ভাল। আমাৰ সৈন্য যাওঁতে আক বাৰ দিন লাগিল। ইতিমধ্যে বজাই দেশ পাই নিজেও কিছু নতুন সৈন্য সংগ্ৰহ কৰিব পাৰিব।

বৰ গোহাঁই—বুঢ়া গোহাঁই ডাঙৰীয়াই ঠিক কথা কৈছে।

বাজেশ্বৰ—ভাল, তেনে, সেই মতেই ব্যৱস্থা কৰক। আজিলৈ তেন্তে আপোনালোক বিদায় হওক।

( ৰজা আৰু বুঢ়াগোহাঁইৰ বাহিৰে সকলোৰে প্ৰস্থান )

এটা কামৰ পৰা নিষ্কৃতি পোৱা হ'ল যেনিবা। আৰু কিবা কাৰ্য্য আছেনে নি বুঢ়া গোহাঁই ডাঙৰীয়া ?

বুঢ়াগো—স্বৰ্গদেৱ ঈশ্বৰ! বন্দীয়েহে এটা-কথা জনাব খোজো।

ৰাজে—কওক, কি কব খুজিছে।

বুঢ়া গো—কীৰ্ত্তিচন্দ্ৰৰ জীয়েকৰ লগত বৰৈ ফুকনীয়া পানীফুকনৰ বিয়া হোৱাটো ৰাজনীতিৰ ফালৰ পৰা যুক্তি সঙ্গত নহল।

ৰাজে—কিয় ? বিয়াতো ৰাজনীতি ওলাল নে ?

বুঢ়া গো—স্বৰ্গদেৱ ঈশ্বৰ! এই বিয়াই তিনিজন প্ৰধান বিষয়াক এক কৰিব। ডাঙৰীয়া সকলৰ ভিতৰত বিয়া-বাৰু হৈ মিত্ৰতা হলে তেওঁলোকৰ শক্তি বৃদ্ধি পায়। আন কি, কেতিয়াবা ৰজাৰ বিপক্ষে ঠিয় হবলৈকো সক্ষম হয়।

ৰাজে—আপুনি কি কৰিব খোজে ?

বুঢ়া গো—স্বৰ্গদেৱ ঈশ্বৰে যদি এই বিয়াত বাধা দিয়ে।

ৰাজে—বুঢ়া গোহাঁই ডাঙৰীয়া! অসম্ভৱ, মানুহৰ ঘৰুৱা জীৱনত এটা স্বাধীনতা আছে। গোলাম হলেও এই স্বাধীনতা মানুহে বিসৰ্জ্জন দিব নোৱাৰে। যি ৰজাই তাত হাত দিয়ে সি মূৰ্খ। সি হে বিদ্ৰোহৰ সূত্ৰপাত কৰি দিয়ে। এনে নিৰৰ্থক সন্দেহ মনত ঠাই নিদিব।

( বুঢ়া গোহাঁইৰ প্ৰস্থান )

———

# তৃতীয় অঙ্ক।

## ১ম দৃশ্য।

( ঠাই—দিখৌ নৈৰ পাৰ। সময় গধূলি। অহল্যাই আমন জিমনকৈ নৈৰ পাৰত বহি গান গাই থাকে। কিছু সময়ৰ পাচত ঢোলে গায়নে এজুৰ মাইকী মানুহ ললিতাৰ বিয়াৰ পানী তুলিবলৈ আহে। )

অহল্যা— গান

মুকলি আকাশ ঐ
ডাৱৰে ছাতিলে
ক'লাকৈ আনিলে হঠাতে।
মোৰ টুলুঙা নাওখনি,
মাজতে ডুবালে
ক'ৰবাৰ পছোৱা বতাহে ॥
আশাৰে চাকিটি
দমকা বতাহে
নুমালে নিমিষে সখি ঐ!
সুখৰে সপোন
ভাঙিলে ভাঙিলে
পোৰণি আনিলে হিয়ালৈ ॥

( ঢোল-গায়নৰ মাত শুনা যায় )

অহ—আজি ললিতাৰ বিয়া! মোৰ চিৰ আৰাধ্য দেৱতা, জীৱন

সর্ব্বস্ব আজি ললিতাৰ বুকলৈ লৰি গৈছে !! ( পানীতোলা মানুহ ক্রমে ওচৰ চাপিল। ঘাটলৈ যোৱা বাট অহল্যা বহি থকাৰ পৰা কিছু আঁতৰত। প্রথমতে গায়ন আৰু চুলীয়া বোৰ গল, তাৰ পাচত এজুম মাইকীমানুহে নাম গাই চুলীয়াৰ পাছে পাছে গ'ল )

তিৰোতা মানুহবোৰে গাই যায়—

সাগৰৰে ঢৌ দেখি বাধাৰ কম্পে হিয়া
ঘাটে নাও চপাই দিয়া ঐ সখি ! অ' বিনন্দিয়া।
ইফালৰে চাক নৈয়া সিফালৰে ঢৌৰে
তামৰে কলসী বাধা ভবিল নে নৌ।
স্বৰগতে ফুলি আছে থুপি থুপি তৰা
দৈৱকীয়ে পানী তোলে ঐ সখি ! নাচে অপেচৰা।

( নাচে নাচে মানুহবোৰৰ শব্দ দূৰত শুনা যায়। )

অহল্যা—এই জনমৰ—এই ব্যৰ্থ জীৱনৰ আৰু কোনো কাম নাই। নাথ ! তোমাৰ যেন জীৱন সুখত যায়, এয়ে ভগবানৰ ওচৰত প্রাৰ্থনা। সি-জন্মত দেখাদেখি হব। চিৰলগৰী মোৰ ! ই যে জন্ম জন্মান্তৰৰ বান্ধ। সিপুৰীত তোমাৰ কাৰণে প্রতীক্ষা কৰি বৈ থাকিম। বিদায় !

( পানীত জাপ দিব খোজে। ছদ্মবেশে মোহন মালাই হঠাৎ আহি খাপ মাৰি ধৰে। ]

মোহ—কি কৰা ! কি কৰা ! উন্মাদ নাৰী ! আত্মহত্যা মহাপাপ !

অহল্যা—কোন তুমি ? মোক এৰি দিয়া—মোক মৰিবলৈ দিয়া

মোৰ পৱিত্ৰ ব্ৰত নেভাঙিবা ! ( মূৰ্চ্ছা যায় )

মোহ—আই ঐ দেহি ! কাৰবাৰ ভাল পোৱাত প্ৰভাবিত হৈ ছখুনীৰ এই অৱস্থা হৈছে। কিন্তু ; মুখখনি চিনি পাওঁ পাওঁ লাগিছে। ( ভালকৈ চাই ) কি ! অহল্যা দেখোন। বুঢ়া গোহাঁইৰ কন্যাৰ আজি এই অৱস্থা ! ( লবালৰিকৈ নৈৰ পৰা পানী আনি মূৰত দিয়েহি. চেতনা অহা নাই )। এতিয়াও চেতনা অহা নাই ! নাড়ী. অতি ক্ষীণ ! কি কৰা যায় ! এই অৱস্থাত অসহায় অবলাক এৰি থৈ যোৱা মানুহৰ কাম নহয়। অথচ বুঢ়া গোহাঁইৰ ঘৰলৈ গলেও তাৰ পৰা আক উভতি আহিব নেলাগিব। ভগবান ! কি বিপদত পেলালাহি ! নিজৰ আশ্ৰয়লৈকে লৈ যাওঁ। হয়তো, ভাল শুশ্ৰূষা পালে আৰোগ্য হবও পাৰে। তেতিয়া এটা ব্যৱস্থা কৰা যাব। ( ডাঙ্গি লৈ যায় )

---

## ২য় দৃশ্য।

( ঠাই - নাহৰৰ ঘৰ। সময়—আবেলি। বাধাই বহি বঁচকত সূতা কাটি থাকে। অলপ পাচতে নাহৰ ওলায়হি। নাহৰ অহা দেখি ঠিয় হয়। )

বাধা—সেই উপজি পুৱাতে ওলাই গল, এতিয়াহে উভতিবলৈ সময় পালে। ঘৰলৈ আক মনতে নপৰে। জুপৰীয়া ভাত

খাবলৈকো পাহৰিলে। এনেকৈ নেখাই নবই মানুহে কাম কৰে নে ?

ন'হৰ—এতিয়া মোৰ গাত হে দায়। যি উনপঞ্চাশ বায়ু মূৰত সুমাই দিছা, সিয়েই ঘুৰাই লৈ ফুৰিছে, আৰু ভাত খাবলৈ মনত থাকে নে ? বাৰু, এতিয়া কি আছে খাবলৈ দিয়া, গোসাঁই ঈশ্বৰৰ ওচৰৰ পৰা পাক মাৰি আহিব লাগিল। ৰুক্মিণী কলৈ গ'ল ?

ৰাধা—তাত কৈছে। কেলেই ?

ন'হৰ—এনেয়েহে সুধিলোঁ। (অলপ ৰৈ) হেৰা! ৰুক্মিণীক অ'মাৰ ইয়াত আশ্ৰয় দিয়া কথাটো ভাল নহল।

ৰাধা—কিয় ; ইমান দিনৰ পাচত আকৌ এই কথা ওলাল কেনেকৈ ?

ন'হৰ—ৰুক্মিণীৰ বিষয়ে তুমি বোধকৰোঁ সকলো কথা নেজানা।

ৰাধা—মই সকলো জানোঁ। সকলো কথা মই ৰুক্মিণীৰ পৰা শুনিছোঁ। তেওঁ মোক সকলো কথা ভাঙি কৈছে। সকলোবোৰ কথা জানি শুনিয়েই মই তেওঁক আশ্ৰয় দিছোঁ।

নাহৰ—কিন্তু ৰজাৰ ঘৰত গম পালে কি হব ?

ৰাধা—শত বাধা বিঘিনি আহিলেও এবাৰ যাক আশ্ৰয় দিছোঁ তাক ত্যাগ কৰিব নোৱাৰোঁ। অবলা তিৰোতা—পুৰুষৰ ফান্দত পৰি যন্ত্ৰৰ দৰে চালিত হৈছিল। বেচেৰীৰ গাত দোষ কি ? তিতৰলৈ আহক, সেইবোৰ কথা ভাবিব নেলাগে। আহোমলৈ ভয় মই নকৰোঁ। (দুয়োৰে প্ৰস্থান।)

## ৩য় দৃশ্য।

( ঠাই মালৌৰ ৰৰভেটি। চতুভু'জৰ বাহিৰ চোতাল। চতুৰ্ভু'জবাই ৰমাকান্ত আৰু ৰঘা বহি থাকে। সময় গধূলি )

চতু—ৰমাকান্ত! আজিলৈকে কিমান মানুহ কাঁড়ীৰ লেখত সোমাইছে?

ৰমা—প্ৰভু, প্ৰায় ছশ মান হ'ব। অলপ দিনৰ ভিতৰতে সংখ্যা আৰু বাঢ়িব বুলি আশা কৰিব পাৰি। দূৰৰ দূৰৰ গাৱঁলৈ আমি নিজেই গৈ মানুহৰ উদগাই দি আহিছোঁ। দিহিং ডিবুকৰ ফালে মানুহ পঠিওৱা হৈছে। ( নাহৰৰ প্ৰবেশ। )

চতু—আহাঁ, তোমাৰ কথা সুধিছিলোঁ হে।

নাহৰ—হয় প্ৰভু, মই অলপ লেঠাত গাৱঁৰ ফালে গৈছিলোঁ।

চতু—বাৰু, এই মানুহবোৰক যুদ্ধ বিদ্যা শিক্ষা দিবৰ কি উপায় কৰা হৈছে?

নাহৰ—প্ৰভু ঈশ্বৰ; প্ৰায়বোৰ মানুহেই যুদ্ধবিদ্যা অলপ নহয় অলপ জানে। তাৰে ভালকৈ জনা এজন দুজনক সেই গাৱঁৰে ওপৰত ৰবা-শইকীয়া পাতি দিছোঁ। আমিও মাজে সময়ে তেওঁলোকক আথবাত সহায় কৰোঁহক। আশাকৰোঁ আৰু অলপ দিনৰ ভিতৰতে আমি আহোম ৰাজ-শক্তিৰ বিপক্ষে ঠিয় হ'ব পাৰিম।

চতু—উত্তম কৰিছা। মই কি বুলি প্ৰশংসা কৰিম! তোমালোকৰ

কাৰ্য্য কলাপ দেখি মোৰ মনৰ ভাৱ হৈছে, যে আহোমৰ ধ্বংশ বোধ হয় ঈশ্বৰেই ইচ্ছা। নহলে মই কোন? কি মোৰ শক্তি এনেদৰে কাৰ্য্যত আগবাঢ়িবৰ।

নাহৰ—আহোমৰ ধ্বংশ অনিবাৰ্য্য। ইটো ন্যায় সঙ্গত বণ। এই অন্যায় অত্যাচাৰৰ প্ৰতিশোধ লবই লাগিব।

( মোহনমালাৰ প্ৰবেশ )।

মোহন—ঠিক কৈছা ভাই, এই অন্যায় অত্যাচাৰৰ প্ৰতিশোধ লবই লাগিব। আহোমৰ ধ্বংশ অনিবাৰ্য্য।

নাহৰ—কোন তুমি?

বমা—গুপ্তচৰ! ( আগবাঢ়ি )

মোহন—ক্ষান্ত হোৱা ভাই, কিয় ইমান অধৈৰ্য্য হৈছা। মই গুপ্তচৰ নহওঁ।

নাহৰ—কোন তুমি?

মোহন—তোমালোকৰ দৰেই আহোমৰ অত্যাচাৰত জুৰুলা আহোমৰ হাতত লাঞ্ছিত, অপমানিত—এজন। ইয়াতকৈনো মোৰ চিনাকি কি দিম ভাই।

নাহৰ—তোমাৰ ইয়ালৈ অহা উদ্দেশ্য?

মোহন—উদ্দেশ্য; মোৰ তোমালোকৰ এই সজ অনুষ্ঠানত যোগ দান।

নাহৰ—তাত তোমাৰ লাভ?

মোহন—প্ৰতিশোধ।

নাহৰ—এই মাত্ৰ!

মোহন—এয়ে মাত্র।

নাহৰ—তোমাৰ উদ্দেশ্য গম পালোঁ। কিন্তু ভাই; তোমাৰ পৰিচয় অলপ বহলাই নিদিয়া মানে তোমাক আমাৰ লগত ঠাই দিব নোৱাৰিম।

মোহন—সেয়ে যদি মোৰ যোগদানত প্ৰতিবন্ধক জন্মায়; তেন্তে শুনা, মই মোহনমালা। ( ছদ্মবেশ গুচাই। )

সকলো—( আচৰিত হৈ। ) এঁা।

চতু—কিয় বাটঘৰীয়া গোহাঁইদেৱ! কিয়; আপুনিতো নিৰ্ব্বাসিত।

মোহন—হয়, ময়েই সেই নিৰ্ব্বাসিত মোহনমালা। মোক অন্যায় কৰি, ৰাজেশ্বৰক সিংহাসন দিয়া আৰু এই নিৰ্ব্বাসন দণ্ড তোমালোকৰ কাৰ অবিদিত। ইয়াৰেই কিবা প্ৰতীকাৰ কৰিব পাৰো বুলি ঘূৰি ফুৰিছোঁ। মোৰ সিংহাসনলৈ আৰু লোভ নাই এতিয়া। মাথোন এই ডাওৰীয়া শ্ৰেণীৰ ওপৰত প্ৰতিশোধ লবলৈ জীয়াই আছোঁ। তোমালোকো প্ৰতিশোধ লবলৈ কাঁচি পাৰি উঠিছা; কাজেই ই মধুৰ মিলন নহয় কি?

চতুৰ্ভুজ—গোহাঁই দেৱ! আপুনি নিশ্চিন্ত হওক। এই সিংহাসন আপোনাৰেই। আমাক সিংহাসনৰ আৱশ্যক নকৰে। আমাক লাগে প্ৰতিশোধ। কিন্তু, আমাৰ এই বিদ্ৰোহীদলৰ কিছুমান নিয়ম আছে তাক আপুনি মানি চলিব লাগিব। আৰু আপোনাক দলভুক্ত কৰাৰ আগেয়ে প্ৰতিজ্ঞা কৰিব লাগিব। আপুনি প্ৰতিজ্ঞা কৰাৰ পাচতহে নিয়মবোৰ দিয়া হব।

মোহন—এই নীল আকাশৰ তলত ওপৰৰ চন্দ্ৰ-তৰাবোৰ চাই আৰু দেৱতা সকলক সাক্ষী কৰি শপত খাইছোঁ—মোৰ শক্তি অনুসৰি, এই বিদ্ৰোহ যাতে সফল হয় তাৰ চেষ্টা কৰিম। এই বিদ্ৰোহী দলৰ সকলো নিয়ম মানি চলিম। ইয়াকে কৰোঁতে মৃত্যুক বৰণ কৰিব লগা হলেও পাচ নোহোহকোঁ।

চতু—ধন্য ধন্য গোহাঁইদেৱ! আজি আপুনি মোৰ এই শিষ্যবৰ্গ আৰু পুত্ৰইতৰ এজন হল। আজিৰ পৰা আপুনি এক মহান্ ব্ৰতত ব্ৰতী হল। নাহৰৰ লগতে এজন প্ৰধান সেনা-পতিৰ পদত আপোনাক অভিষিক্ত কৰিলোঁ। আহক! আপোনালোক ভিতৰলৈ আহক। বগা! সকলোকে হাত মুখ ধুওৱাৰ ব্যৱস্থা কৰা। ( সকলোৰে প্ৰস্থান বাধা আৰু কল্মিণীৰ প্ৰবেশ )

বাধা—ভনীটি?

কল্মি—কি?

বাধা—আকৌ এক নতুন সমস্যা উপস্থিত। মোহনমালাই যোগ দিলেহি মোৱামৰীয়াৰ লগত।

কল্মিণী—কিন্তু, মোহনমালাক সিংহাসন নেলাগে।

বাধা—কথা সিমান সহজ নহয় ভনীটি?

কল্মিণী—ভয় নকৰিবা খাইদেৱ। সমস্যা জটিল হলেও সময়ত তাৰ সমাধানৰ বহু পথ ওলাই পৰে।

বাধা—ঠিকেই কৈছা। এতিয়া ঘৰলৈ যাওঁ ব'লা।

( দুয়োৰো প্ৰস্থান )

## ৪র্থ দৃশ্য।

( ঠাই—নেঘেৰীটিঙৰ ওচৰৰ চাবিৰ মাজত মোহনমালাৰ শক। সময়—আবেলি। )

অহল্যা—কপালত ইও আছিল। ক'ত ৰাজসুখ আৰু ক'ত অৰণ্যবাস। কপালৰ লিখাৰ ওপৰত কাৰো হাত নাই। সেইভাই ভাৱিছিল ইন্দ্ৰনাথলৈ বিয়া দি মোক সুখী কৰিব। মই ভাবিছিলোঁ, ইন্দ্ৰনাথক পাই জীৱন সৰ্থক হব। কিন্তু ভাগ্যত যে নাছিল, তাক কোনে ঘ'লবে ঘটাব পাবে। তাৰ পাছত জীৱনবে শেষ কৰি থব খুজিছিলোঁ, ইহ জনমৰ মায়া, সংসাৰী বান্ধোন সকলো কাটি মৃত্যুৰ দুৱাৰ দলিজ থিয় হৈছিলোঁ; তোমাৰ খোজোঁতে তাতো যে বাধা পৰিল। ই নিয়তিৰ পৰিহাস। উঃ—সেই মূৰ্চ্ছা যদি নেভাগিলহেঁতেন। তাৰ পাছত যি ৰক্ষকটি ভাগ্যৰ বলেবে পালোঁ—সিও এক অদ্ভুত কথা। সংসাৰৰ সকলো কাম বনতে উদাসীন। অনাই বনাই ঘূৰিফুৰে দিনটো—কি কামত, তেওঁ নিজেহে জানে। মাজে মাজে সন্দেহ হয়—কোন এওঁ—কি উদ্দেশ্য।

( মোহনমালাৰ প্ৰৱেশ। )

মোহ—কি কৰিছা অহ'ল্যা, আমন জিমনকৈ বহি কি ভাবিছা?

অহ—ভাবিছোঁ—হাবিতলীয়া জীৱনবোৰ কি সুখৰ !

মোহ—নে ভাৱ গুলোটাটো।

অহ—কেলেই হব। মৰ ভাল লাগে।

মোহ—বাক, বুজিছোঁ। এনে নিৰ্জ্জন জীৱন ভাল নেলাগিলে আক কিটোনো ভাল লাগিব ?

অহ—কেলেই হব নিৰ্জ্জন। আপুনি যেতিয়া ওলাই যায়, মই তেতিয়া কি কৰোঁ জানে ?

মোহ—কি কৰা ?

অহ—মই এতিয়া সৌ কাকডোঙাৰ পাৰত বহি পানীৰ বুৰবুৰণিজে শিলগুটি দলিয়াওঁ। চৰাইবোৰক সিয়াঁৰো। বেছ সুখত গৈছে দিন কেইটা।

মোহন—( স্বগতঃ ) হায় ! এই অপাৰ্থিৱ সৌন্দৰ্য্য ,ৰাশি—এই সৰলতা—এই হিয়া ভৰা স্নেহ-ভালপোৱা অকালতে মৰহী যাব লগা হৈছে। অদৃষ্ট !

অহ—কি ভাবিছে গোহাঁইদেৱ ?

মোহ—ভাবিছোঁ অদৃষ্টৰ কথা ! নিয়তিৰ পৰিহাসৰ কথা। (মনপ বৈ) অহল্যা, তুমি সুস্থ হৈছা—তোমাৰ হেৰোৱা স্বাস্থ্য আকৌ লাভ কৰিছা—তুমি এতিয়া ঘৰলৈ উভতি যোৱা। তুমি দিন স্থিৰ কৰা, মই তোমাক তোমালোকৰ ঘৰত থৈ আহিম গৈ।

অহ—হঠাৎ আকৌ আজি এই কথা কিয় গোহাঁইদেৱ ? মোৰ

ঘৰ নাই। যি ঘৰৰ পৰা ওলাই আহিছোঁ তালৈ আৰু উভতি যাব নোৱাৰিম। মোক ক্ষমা কৰক।

মোহ—কিয় মুখ উলিয়াব নোৱাৰিবা? তুমিতো একো অন্যায় কৰা নাই। পিতাৰাই তোমাক পাই আকৌ কিমান আনন্দ পাব! সকলো পাহৰি তোমাক আকৌ বুকত সুমাই লব।

অহ—নহয় গোহাঁইদেৱ, ঘৰলৈ যোৱাৰ ইচ্ছা থকা হলে চেতনা পোৱাৰ পাচতে উলটিলোহেঁতেন। এতিয়া আৰু উপায় নাই।

মোহ—তেতিয়া তুমি অত্যন্ত দুৰ্ব্বল আছিলা। তোমাৰ গাত শক্তি নাছিল।

অহ—মোক ক্ষমা কৰিব গোহাঁইদেৱ! অৱশ্যে মই আপোনাৰ গলগ্ৰহ হৈছোঁ; ই ঠিক।

মোহ—নহয় অহল্যা, মোক ভুল নুবুজিবা। মই তোমাৰ ভালৰ কাৰণেই এইবোৰ কথা কৈছোঁ।

অহ—মোৰ এয়ে ভাল।

মোহ—নহয় অহল্যা, কাইলৈ মই আন একালে গুচি যাব লাগিব। মোৰ তাত কিমান দিন হয় ঠিক নাই। আৰু ইয়ালৈ ওভটো নে নাই তাকো কব নোৱাৰোঁ। এনে অৱস্থাত কি কৰা যায় মই ভাবি পোৱা নাই।

অহ—আপুনি নিজৰ প্ৰতি দিন দিন ইমান উদাসীন হৈ গৈছে, আপোনাৰ যতন লবলৈকেতো আন এটা প্ৰাণীৰ প্ৰয়োজন।

আপোনাক এনে নিঃসহায় অৱস্থাত পেলাই ক'লৈ যাম, লৈ ব'লক মোক আপোনাৰ লগতে।

মোহ—নহয়, সি হব নোৱাৰে অহল্যা।

অহ—তেন্তে মোক ৰক্ষা কৰিছিল কিয়? মোক মৰিবলৈ নিদিলে কিয়?

মোহ—কিন্তু অচিনাকি মানুহৰ লগত এনেদৰে ঠায়ে ঠায়ে ঘূৰি ফুৰা ভাল হব জানো?

অহ—অচিনাকি! কোনে কৈছে অচিনাকি? আপুনি মোৰ প্ৰাণদাতা, এয়ে মোৰ পক্ষে যথেষ্ট চিনাকি। আজি ইমান দিনেও আপুনি মোক চিনিব নোৱাৰিলেনে গোঁহাইদেৱ?

মোহ—কিন্তু মোৰ আচল পৰিচয় পালে হয়তো ঘিণত আঁতৰ হবা।

অহ—অসম্ভৱ। আপুনি মহা শত্ৰু হলেও মোৰ প্ৰাণদাতা—আশ্ৰয় দাতা। আপুনি মোৰ পৰম বন্ধু। মিত্ৰ। কিন্তু আপুনি আপোনাৰ আচল পৰিচয় মোৰ পৰা গোপন কৰিছেনে কি?

মোহ—উঃ, আৰু নোৱাৰোঁ। এই মিছাৰ আভৰণ আৰু কিমান পৰ পিন্ধিব পাৰি, আৰু গোপন নকৰোঁ। শুনা অহল্যা! মই তোমাৰ পিতাৰৰ পৰম শত্ৰু মোহনমালা। (মুখৰ কৃত্ৰিম দাড়ি গোফ গুচাই।)

অহ—(আচৰিত হয়, আৰু লাজত বস্তা পৰি যায়।) এঁ্য—আপুনি?

মোহন—আচৰিত হৈছা অহল্যা?

অহ—( অলপ বৈ ) নাই, একো আচৰিত হোৱা নাই। গোহাঁই-দেৱ! অহল্যাৰ কথা পাহৰি যাওক। বুঢ়া গোহাঁইৰ কন্যা অহল্যা নাই—পানীত পৰি মৰিল। মই আৰু এক কোনোৰা অহল্যা, চৰণত স্থান দিয়ক। ( সেৱা কৰে )

মোহ—উঠা অহল্যা! ( বুকুলৈ টানি লয় ) মই তোমাক হৃদয়ত স্থান দিলোঁ। বিধাতাৰ দান অৱহেলা কৰি দলিয়াই পেলোৱা মোৰ শক্তি নাই। ইও বোধ হয় ঈশ্বৰৰ অভিপ্ৰেত।

## ৫ম দৃশ্য।

( ঠাই—ৰজাৰ বাহিৰচ'ৰা। সময়—দুপৰীয়া।
ৰজা মেলত বহে।

ৰাজেশ্বৰ—তেনেহলেতো বৰ মঙ্গলৰ কথা! ক'ত আছে দূত? ( দুৱৰীয়ে দূতক লৈ আহেগৈ আৰু দূতে আহি আঁঠু লয়হি ) বৰপাত্ৰ গোহাঁই, তাক সোধকচোন বৰফুকন কিয় উভতি আহিল?

দূত—স্বৰ্গদেৱ ঈশ্বৰ! মণিপুৰ ৰজাক আগেয়ে পঠিয়াই দিয়া বাবেই আমাৰ ঘটনা ঘটিল। অগাধ অৰণ্যৰ মাজত সোমাই বাট বিচাৰি ফুৰোঁতেই এমাহ গ'ল। হাবিৰ মাজে মাজে যাব লগীয়া হোৱাত বিস্তৰ হাবি বন কাটি বাট উলিয়াই যাব

লগাত পৰিছিল। স্বৰ্গদেৱ ঈশ্বৰ! আমাৰ সৈন্য হাবি কাটো-তেই হাইৰাণ হল, তেওঁ আৰু বাট বিচাৰি পোৱা নহল। এইদৰে যাওঁতে যাওঁতে খোৱা বস্তুৰ অভাৱ পৰিল। সৈন্য বোৰৰ এনে দুৰৱস্থা দেখি বৰফুকন ডাঙৰীয়া উভতি আহিবলৈ বাধ্য হল।

বৰ পাত্ৰ—তেওঁক কিমান দিনৰ বাটত এৰি থৈ আহিল ?

দূত -স্বৰ্গদেৱ ঈশ্বৰ! তেখেতে বোধ হয় আৰু চাৰি দিন মানৰ ভিতৰতে পাবহি।

ৰাজে—বৰ পাত্ৰ গোহাঁই! দূতক এতিয়া যাবলৈ কওক। (দূতৰ সেৱা কৰি প্ৰস্থান) এওঁক যেনিবা গড়গাওঁৰ লগত হে যুদ্ধ কৰিবলৈ পঠোৱা হ'ল ;

বৰ গোহাঁই—হয় স্বৰ্গদেৱ ঈশ্বৰ, এই ৰণৰ নাম লতাকটাৰণ খোৱা হওক।

বৰবৰুৱা—এতিয়া মস্কৰা কৰিলে কি হব। আগেয়েই লতাৰ লগত ৰণ নোহোৱা ব্যৱস্থা কৰিব লাগিছিল। তেওঁৰ ওপৰত প্ৰতিশোধ লবলৈ ইচ্ছা কৰিয়েইতো বুঢ়াগোহাঁয়ে তেওঁক ৰণলৈ পঠালে। বয়সত বুঢ়া—তাতে ৰণত অনভিজ্ঞ।

বৰগোহাঁই—যি সকলে এনে প্ৰতিকাৰ কৰিব পাৰে, তেখেত সকল সময়ত উপস্থিত থাকি তাৰ ব্যৱস্থা কৰা হলেই পাৰিলে হেঁতেন।

বৰবৰুৱা—উপস্থিত নথকাৰ গুণতেই এনে হিংসাৰ উপযুক্ত পথ ওলাল। উপস্থিত থকা হলে, এই বুঢ়া বয়সত হৰনাথ

ফুকন বণলৈ যাব নেলাগিলহেঁতেন। তাব সুব্যবস্থা সহজে কবিব পৰা গলহেঁতেন।

বাজে—আপোনালোকব কথাব মৰ্ম্ম মই একো বুজিব পৰা নাই।

বৰবৰুৱা—স্বৰ্গদেৱ ঈশ্বৰে এই বোৰ সাধাৰণ কথাৰে ভু নোপোৱাই ভাল। সময়ত এনেয়ে গম পাব।

বাজে—যোৱা কথা হৈ গল। তাক আলোচনা কৰি লাভ নাই। বৰ্ত্তমান কি কৰা হব, তাকে স্থিৰ কৰক। বুঢ়াগোহাঁই এতিয়াও নাহিলচোঁন।

বৰ পাত্ৰ—স্বৰ্গদেৱ ঈশ্বৰ, এতিয়া তুৰন্তে আৰু এদল সৈন্য পঠিয়াই দিয়াই কৰ্ত্তব্য।

বৰবৰুৱা—হয়, বৰ্ত্তমান সেইটোকে কৰা দৰ্কাৰ। স্বৰ্গদেৱ ঈশ্বৰে অনুমতি দিলে বন্দীয়েই এই বণলৈ ওলাওঁ।

বাজে—ইটো অতি আনন্দৰ কথা। আপোনাৰ কাৰ্য্যকুশলতাৰ ওপৰত আমাৰ সকলোৰে দৃঢ় বিশ্বাস। আপুনি কাইলৈকে বাওনা হওক। মিত্ৰ বজা নিশ্চয় বৰ মস্কিলত পৰিছে।

বৰবৰুৱা—স্বৰ্গদেৱ ঈশ্বৰৰ যেনে ইচ্ছা, সেইমতে কাৰ্য্য হব।

( বুঢ়া গোহাঁইৰ প্ৰবেশ। বজাক সেৱা জনায়। )

বাজে—বুঢ়া গোহাঁই ডাঙৰীয়া! মণিপুৰৰ বণৰ বাতৰি বোধকৰো শুনিছে।

বুঢ়া—হয় স্বৰ্গদেৱ ঈশ্বৰ। দূতৰ মুখে সকলো কথা শুনিলোঁ।

বাজে—আক এদল সৈন্য বৰবৰুৱাৰ সেনাপতিত্বত পঠাই দিবলৈকে স্থিৰ কৰা হৈছে।

বুঢ়া—স্বৰ্গদেৱ ঈশ্বৰৰ উচিৎ ব্যৱস্থা হৈছে।

বাজে—ভাল, আজিলৈ ভেক্তে আপোনালোক উঠিব পাৰে।

বৰগোহাঁই—স্বৰ্গদেৱ ঈশ্বৰ! মোৰ এটি অভিযোগ আছে। অভয় পালে নিবেদন কৰিব পাৰোঁ।

বাজে—অভিযোগ? কাৰ বিপক্ষে!

বৰ—বৰ বৰুৱাৰ বিপক্ষে।

বাজে—কি অভিযোগ?

বৰ—স্বৰ্গদেৱ ঈশ্বৰ, মই অলপতে চকৰিফেঁটা নামে এখন বুৰঞ্জী লিখিছিলোঁ। তাক মোৰ অনুপস্থিতিত বৰবৰুৱাই আনি পুৰি পেলাইছে। মোৰ জীৱনৰ এটা ডাঙৰ পৰিশ্ৰম অথলে গল স্বৰ্গদেৱ!

বুঢ়া—অকল সেয়ে নহয়। বজাৰ য'ত বুৰঞ্জী আছিল; আটাই বোৰ আনি পুৰি পেলাইছে। ই অকল কিছুমান পুথি পুৰি পেলোৱাই নহয়। আহোম জাতিৰ কীৰ্ত্তি, আহোম সভ্যতাৰ চিন চাব, জাতীয় গৌৰৱ সকলো মুছি পেলোৱা। ই এজনৰ ক্ষতি নহয়, গোটেই জাতিৰ ক্ষতি। কীৰ্ত্তিচন্দ্ৰৰ এই অকীৰ্ত্তি যাউতিযুগীয়া হৈ থাকিব। আহোম জাতিৰ এটা মহা অপকাৰ সাধিলে এই কীৰ্ত্তিচন্দ্ৰই। ই সামান্য কথা নহয়। ইয়াৰ উচিৎ বিচাৰ হোৱা দৰকাৰ।

(কীৰ্ত্তিচন্দ্ৰ কিছু অপ্ৰতিভ হলেও থতত বঙাপৰি যায়।)

বাজে—কথাটো হয়নে ৰৰবৰুৱা ?

কীৰ্ত্তি—হয়, স্বৰ্গদেৱ ঈশ্বৰ।

বাজে—কিয় এনে ক'বলে ?

কীৰ্ত্তি—সেই কিতাপত মোৰ বিষয়ে কিছুমান মিছা কথা লিখা আছে :—

বুঢ়া—কি মিছা কথা লিখিলে ? আপোনাক জলমৰটাৰ ঘৰৰ বুলি প্ৰকাশ কৰিলে।

কীৰ্ত্তি—সাৱধান বুঢ়া গোহাঁই মই স্বৰ্গদেৱৰ কথাবহে উত্তৰ দিছোঁ।

বুঢ়া—কিহৰ ভ্ৰূকুটি দেখুৱা ৰৰবৰুৱা ? তোমাৰ ভ্ৰূকুটিত বুঢ়া গোহাঁয়ে ভয় নেখায়। সঁচা কোৱাৰ পৰা কেতিয়াও বিৰত নহয়। তুমি যি গৰ্হিত কাম কৰিলা, জাতিদ্ৰোহী তুমি।

বাজে—আঃ ; আপোনালোক দেখোন সামান্য এটা কথাতে ধৈৰ্য্যচ্যুত হল। ডাঙৰীয়া সকলৰ ভিতৰত এনেকৈ খৰিয়াল লগা ৰাজ্যৰ অমঙ্গল। বুঢ়াগোহাঁই—ৰজাৰ সন্মুখতে আন এজন ডাঙৰীয়াক এনেকৈ চকু ৰঙাকৈ কথা কোৱা ডাঙৰ অপৰাধ। আপুনি বয়োবৃদ্ধ মানুহ, জানিব লাগিছিল। তথাপি আপোনাক মই ক্ষমা কৰিলোঁ। আৰু ৰৰবৰুৱা আপুনি এইটো অন্যায় কাম কৰিলে। আপুনি পুথিখন একেবাৰেই নষ্ট নকৰি অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ মোক জনাব লাগিছিল। আশাকৰোঁ ৰৰগোহাঁয়ে এইটো কথা মনত নেৰাখিব। ৰৰগোহাঁয়ে ইচ্ছা কৰিলে আৰু এখন

তেনে বুৰঞ্জী লিখি পেলাব পাৰে। ৰবৰুৱা ! আপুনি যাত্ৰাৰ আয়োজন কৰকগৈ।

কীৰ্ত্তি - ভাল স্বৰ্গদেৱ ঈশ্বৰ।

ৰাজ — আজিলৈ আপোনালোক তেন্তে বিদায় হওক।

( সকলোৰে সেৱা জনাই প্ৰস্থান। )

ভাণ্ডৰীয়া সকলৰ ভিতৰত মনোমালিন্য আজি অনেক দিনৰ পৰা লক্ষ্য কৰি আহিছোঁ। আজি তাৰ প্ৰত্যক্ষ প্ৰমাণ পালোঁ। ৰণত অনভিজ্ঞ বৃদ্ধ ৰবফুকনক অভিপ্ৰায় কৰিয়েই যে বুঢ়া গোহাঁয়ে ৰণলৈ পঠাইছিল, সি মোৰ চকুত আজিহে ধৰা পৰিল। বুঢ়া গোহাঁইক ৰাজকাৰ্য্যৰ সম্পূৰ্ণ ভাৰ এৰি দিব নোৱাৰি।

---

# চতুৰ্থ অঙ্ক

## ১ম দৃশ্য

( ঠাই—বৰ ভেটিৰ এপৰ মুকলি পথাৰ  সময় আবেলি - মোহনমালাৰ সৈন্যবোৰে শাৰী পাতি গান গাই যায়। সৈন্যবোৰৰ আগত বগা আক ৰমাকাৰ। )

গীত

অমৰ দুন্দুভী বজোৱা ঘনে ঘনে
নাচক তালে তালে অন্তৰ হে।
( আজি ) স্তম্ভিত কম্পিত অৱনী ধৰণী
জাগ্ৰত কৰি তোলা বিশ্বহে।
ব'লা আগুৱাই সবে বীৰৰ বেশেৰে,
অন্যায় অধৰ্ম্মৰ কৰি আহা শেষ
জাগ্ৰত ভগৱান কৰুণাৰ নিদান,
বৰষিব কৰুণা নাই ভয় লেশ।
জিলিকিছে পূবে সৌ হেঙুলীয়া সুৰুযৰ,
জিলিকিছে সোণোৱালী নতুন কিৰণ।
আগবাঢ়া নাই ভয় য'তে ধৰ্ম্ম ত'তে জয়,
দুখ দৈন্য হব অৱসান।

( গীত শেষ হোৱাৰ লগে লগে মোহনমালা সোমাই আহে )

মোহন—যিমানেই যুদ্ধৰ আয়োজন বৃদ্ধি পাইছে যিমানেই দিন চাপি আহিছে, বুকু কঁপি উঠিছে। কি কৰিছোঁ, কি

কৰিব খুজিছোঁ৷ একোকে কৰ নোৱাৰোঁ। আগৰ উদ্যম যেন সকলো হেৰুৱালোঁ। মোত আৰু মই নাই। যন্ত্ৰৰ দৰে কি এক প্ৰবৃত্তিয়ে চলাই লৈ ফুৰিছে, চলি আছোঁ। এতিয়া দেখিছোঁ ইহঁতৰ বিলম্বত উদ্যমৰ শেষ কণাও উটি যায়। ( নাহৰৰ প্ৰবেশ )

নাহৰ—মূৰ্ত্তিৰ দৰে অকলে থিৰ হৈ কি ভাবিছে বাটঘৰীয়া গোঁহাইদেৱ।

মোহন—এঁা, ভাবিছোঁ, ভাবিছোঁ; দূৰৈত সেই শাৰী পাতি যোৱা সৈন্যদল দেখিবলৈ কেনে শুৱনি হৈছে। চোৱাঁ! ৰণ-বাদ্যৰ লগত খোজমিলাই যেতিয়া সৈন্য বোৰে গান গাই যায়, তেতিয়া কাৰ হৃদয় নাচি নুঠে, কাৰ প্ৰাণ ৰণমত্ত হৈ নুঠে?

নাহৰ—প্ৰাণলৈ এই মত্ততা আহে বুলিয়েই মানুহে প্ৰাণ বিসৰ্জ্জন দিবলৈ, মানুহ মাৰিবলৈ লৰি যায়। নহলে যি মানুহৰ মৃত্যুৰ কথা ভাবিলে প্ৰাণ কঁপি উঠে—চৰাই এটা বধ কৰিবলৈকো যাৰ প্ৰাণে কান্দে; সি যুদ্ধক্ষেত্ৰত শই শই মানুহ মাৰিবলৈ, নিজ প্ৰাণ এৰিবলৈ যোৱাতো সম্ভৱ হব পাৰে নে?

মোহ—ঠিক কথা ভাই, নহলে এই মহাহত্যাৰ ঘাতক হোৱাতো মানুহৰ পক্ষে সম্ভৱ নহয়। প্ৰাণলৈ এই মত্ততা অনাত কিহে সহায় কৰে জানা নে?

নাহৰ - কিহে?

বাধা—আপুনি একো ভয় নকৰিব। উপযুক্ত সময়তেই কাম আৰম্ভ হৈছে; মাথোন আপুনি মোৰ দিহা মতে কাম কৰিব। আহক এতিয়া ঘৰলৈ যাওঁ। (প্ৰস্থান)

## ২য় দৃশ্য

(ঠাই—বুঢ়া গোহাঁইৰ ঘৰ। সময়—পুৱা। বুঢ়াগোহাঁয়ে বৰগোহাঁইৰ লগত কথা পাতি থাকে।)

বুঢ়া—ৰজাৰ অৱস্থা কেনে দেখিলে?

বৰ—বৰ ভাল যেন নেলাগিল। বোধকৰো সান্নিপাত হ'ল।

বুঢ়া—এবা, ময়ো ভাল যেন নেদেখিলোঁ। বেজবৰুৱা আছেনে তাত?

বৰ—হয়, আছে। মই আহোঁতে কিবা এটা নতুন বড়ী মাৰিছে।

(কটকীৰ প্ৰবেশ)

কি খবৰ কটকী?

কটকী—দেউতা ঈশ্বৰ! খবৰ ভালেই। মণিপুৰীয়া সৈন্যই আমাৰ সহায়ত মানবোৰক ৰণত হুকৰাই বহুত দূৰত খেদি থৈ আহে গৈ। মণিপুৰীয়া ৰজাক তেখেতৰ সিংহাসনত সুপ্ৰতিষ্ঠিত কৰি অহা হৈছে।

বুঢ়া—অতি সুসংবাদ। বৰবৰুৱা পালেহি নে কি?

কটকী—তেখেত কাইলৈ পাবহি।

বুঢ়া—বাৰু তুমি এতিয়া যোৱা। (কটকীৰ প্ৰস্থান।) বৰগোহাঁই ডাঙৰীয়া! কীৰ্ত্তিচন্দ্ৰ এইবাৰ আৰু এখোপত উঠি বহিল।

বৰ—এৰা, এনেয়ে ৰজাহল কীৰ্ত্তিচন্দ্ৰৰ হাতৰ পুতলা . দহ বুলিলে দহ, পাঁচ বুলিলে পাঁচ। এইবাৰ আৰু উঠি বহিল। আমি আৰু মাত মাতিবই নোৱাৰিম। ৰজাৰ এই পক্ষপাতিত্ব ৰাজ্যৰ মঙ্গলৰ কাৰণে নহয়। বুৰঞ্জীয়ে ইয়াৰ সাক্ষী দিয়ে। কীৰ্ত্তিচন্দ্ৰক ৰজাই যি দৰে ওপৰলৈ তুলিছে ; ই ভাল হোৱা নাই। ইয়াৰ পৰাই ৰাজ্যৰ বিপদ ঘটিব। সেইদিনা ৰজাই বিচাৰ কৰিলে দেখিলে নহয় ?

বুঢা—সেইটো মই আগেয়ে জানিছিলোঁ। বুৰঞ্জী পোৰাহে নেলাগে তাতকৈ ডাঙৰ অপৰাধ কৰিলেও কীৰ্ত্তিচন্দ্ৰৰ কোনো দোষ নহয়। তাৰ সাতখূণ মাফ। ৰজাই কীৰ্ত্তি-চন্দ্ৰক নোকোৱাকৈ একো নকৰাতে পৰিল। অলপ কম দিনৰ ভিতৰতে কীৰ্ত্তিচন্দ্ৰই ৰজাক যি দৰে হাত কৰিলে তাক শত্ৰু হলেও নশলাগি নোৱাৰোঁ।

বৰ—তোষামে দৰ ওচৰত পৃথিৱীৰ সকলো শক্তিয়েই পৰাজিত। স্বয়ং ভগবানো তোষামোদত তুষ্ট। বুৰঞ্জীত এনে উদাহৰণ বিৰল নহয়। এই তোষামোদ যাৰ অস্ত্ৰ, তাৰ ওচৰত ৰজাই মূৰ নোদোঁৱাৰ কিয় ? পাছে ; কীৰ্ত্তিচন্দ্ৰৰ প্ৰকোপ যি দৰে বাঢ়ি উঠিছে সি কিন্তু ভয়ৰ কাৰণ হৈ উঠিছে।

বুঢ়া—বৰগোহাঁই ডাঙৰীয়া ! তিহিংসা পৰায়ণ মই ; মই প্ৰতিশোধ লবলৈ দৃঢ় সঙ্কল্প। তাক সহজে নেৰিছোঁ ; মুবুৰে মানে বাম, নমৰোঁ মানে াম।

বৰ—পৃথিৱীৰ সকলো বুৰঞ্জী মেলি চালেও আপুনি এনে ঘটনা বিচাৰি নাপায়। ৰজাৰ আগত গোচৰ দিলে ৰজাই বিচাৰ নকৰে। বৰপাত্ৰ গোহাঁইটিও কম নহয়। তেওঁ তল খুচৰীয়া দ পানীৰ মাছ।

বুঢ়া—বাক চাওঁ, ক'ৰ পানী ক'লৈ যায়। কীৰ্ত্তিচন্দ্ৰৰ মুৰ, দোখুন্তাৰ নোৱাৰিলে মোৰ জীৱনেই মিছা। ( বাঘৰৰ প্ৰবেশ ) কি খবৰ হাতীবৰুৱা ?

বাঘৰ—দেউতা ঈশ্বৰ! কথা বৰ বিষম। হাতীচুঙী মৰাণে ৰণ পাতিছে। আমি ৰবঢাক কাটিব নোৱাৰিলোঁ।

বুঢ়া—ৰণ পাতিছে মৰাণে ? কি ৰণ ? কি কয় সিহঁতে ?

বাঘৰ—সিহঁতে কয়, সেই অঞ্চল সিহঁতৰ। তাত সিহঁতে ৰবঢাক কাটিব নিদিয়ে। কথাই কথাই আমাৰ মানুহৰ সিহঁতৰ লগত হতাহতিও হল। এই সংবাদ পাই দল বান্ধি সিহঁতৰ বহুত মানুহ সেই ঠাইলৈ আহিল। আমাৰ মানুহে ভয় কৰি ডাঙৰীয়াক সংবাদ দিবলৈ মোক জনালেহি।

বুঢ়া—আকৌ এক সমস্যা ওলাল। বাক, তুমি যোৱা। ইয়াৰ ব্যৱস্থা কৰা হব। গান্ধী খোৱা মৰাণে মুৰে ভৰি কাঢ়িছে মৰিবলৈ। ( বাঘৰৰ প্ৰস্থান )

বৰ—এই ঘটনাৰ ভিতৰত নিশ্চয় কিবা ডাঙৰ কথা আছে। কি ব্যৱস্থা কৰিব ?

বুঢ়া—মই কি ব্যৱস্থা কৰিম ? ৰজা আৰোগ্য হৈ নিজেই তাৰ

ব্যৱস্থা কৰক। বৰবৰুৱা আহি পাইছেহি যেতিয়া আমাৰ কাৰবাৰ টিকিব জানো

বৰ—এৰা, সেইটোৱে হয়। বাকী আজিলৈ বিদায়হে কৰোঁ।

( প্ৰস্থান )

বটা—ভাল।

---

# ৩য় দৃশ্য

( ঠাই—ৰৱ ভেটি সময় সন্ধ্যা। চতুৰ্ভুজ আৰু নাহৰে কথা পাতিছে। )

চতু—মই বেচ বুজিছোঁ; নাহৰ সৈন্যবোৰ যে অত্যন্ত উদ্বিগ্ন হৈ উঠিছে তাক মই বেচ অনুভৱ কৰিছোঁ। তোমালোকৰ উদ্যম যে সকলো ফালে সফল হৈছে তাক মই জানোঁ। কিন্তু নাহৰ! দিনে দিনে মোৰ মন বিপৰীত ফালেহে ঢাল খাইছে। ইচ্ছা হয়, এই আয়োজন নষ্ট কৰি পেলাওঁ। তোমালোকক এই কাৰ্য্যত বাধা দিওঁ। এই এটা কথাকে ভাবি মন মোৰ অত্যন্ত চঞ্চল হৈ উঠিছে।

নাহৰ—প্ৰভু ঈশ্বৰৰ মনৰ অৱস্থা এনেদৰে পৰিৱৰ্ত্তন হোৱাৰ একো অৰ্থ বুজ নেপালো।

চতু—নাহৰ, তুমি বুজি নেপালা। ভাবি চোৱাঁচোন দেশত

অশান্তি সৃষ্টি কৰাৰ বাহিৰে আমাৰ এই যুদ্ধৰ পৰা কিবা লাভ হব জানো ?

নাহৰ—কিন্তু আমাৰ এই যুদ্ধত জয় নিশ্চয় হব।

চতু—তাক মই জানো। কিন্তু জয়লাভ কৰিয়েই বা লাভ কি ? উভয় পক্ষৰ কিছুমান প্ৰাণ হানীৰ বাহিৰে তো একো লাভ দেখা নাই। সিংহাসন লাভ ! কিন্তু আমাৰ সিংহাসনৰো যে একো প্ৰয়োজন নাই।

নাহৰ—কিন্তু প্ৰভু ঈশ্বৰ ! এই অপমানৰ প্ৰতিশোধ নোলোৱাকৈ থকাতো কোনোৰকমে যুক্তি সঙ্গত নহয়।

চতু—অপমানৰ কথা কৈছা। অপমান কোনে কাক কৰিব পাৰে। যি অপমান কৰে সি নিজেই অপমানিত হয়। আহোম ৰজাৰ বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত আস্থা নেদেখুওৱা মানে নিজৰ ঠেক মনৰ পৰিচয় দিয়া। তেওঁলোকৰ তেনে ব্যৱহাৰ মাত্ৰ তেওঁলোকৰ মনৰ সঙ্কীৰ্ণতাৰহে চিনাকি।

নাহৰ—কিন্তু, প্ৰভু ঈশ্বৰৰ অনুমতি লৈয়েই আমি এনে কামত প্ৰবৃত্ত হৈছিলোঁ। এতিয়া ইমান দূৰ আগ বাঢি তাৰ পৰা নিবৃত্ত হওঁ কেনেকৈ ?

চতু—তেতিয়া মনৰ উত্তেজনাত মত দিছিলোঁ। ভাবিছিলোঁ; অস্ত্ৰৰ সহায়েৰে আমাৰ এই নিৰ্ম্মল ধৰ্ম্ম প্ৰচাৰ কৰিম। কিন্তু এতিয়া যিমানেই ভাবিছোঁ, মন মোৰ কেনেবা হৈ আহিছে। মোৰ শক্তি অতি ক্ষুদ্ৰ। নাহৰ ! ধৰ্ম্মৰ লগত ৰক্তপাত নাই—শাৰীৰিক শক্তিৰ প্ৰয়োজন নাই। তাত

আছে প্ৰেম—তাত আছে আনন্দ। নাহৰ, এনে এদিন আহিব, যি দিনা অসম ডুবি এই পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম সোঁতত বুৰি যাব।

( ৰমাকান্তৰ প্ৰবেশ আৰু চতুৰ্ভুজক সেৱা কৰে )

ক'ৰ পৰা আহিলা ৰমা ?

ৰমা—প্ৰভু ঈশ্বৰ! মই ৰঙপুৰৰ পৰা আহিলোঁ। আহোম ৰজা ৰাজেশ্বৰ সিংহ আৰু এই জগতত নাই। আজি দুদিন হৈছে, তেওঁ সান্নিপাত জ্বৰত প্ৰাণ এৰিলে।

চতু—ৰৰ হঠাৎ মৃত্যু হল, এতিয়া সিংহাসনত ডাঙৰীয়া সকলে কাক তুলিবলৈ স্থিৰ কৰিছে; কিবা শুনি আহিলা নে?

ৰমা—স্বৰ্গীয় ৰুদ্ৰ সিংহৰ শেষ ইচ্ছানুযায়ী সিংহাসন লক্ষ্মী-সিংহৰেই প্ৰাপ্য, কিন্তু বুঢ়াগোহাঁই আৰু বৰ গোহাঁইৰ মন বিপৰীত বুলি শুনিলোঁ। কি হয় কব নোৱাৰোঁ।

চতু—এতিয়া সিংহাসনৰ উত্তৰাধিকাৰী লৈয়েই ডাঙৰীয়া সকলৰ ভিতৰত আত্ম কন্দল হব দেখিছোঁ।

নাহৰ—আত্ম কন্দল হবলৈ আছে ক'ত? ৰজা জীয়াই থকা দিনতে ডাঙৰীয়া সকলৰ ইজনৰ সিজনৰ লগত মনোমালিন্য। পাছে, ৰাজকাৰ্য্যৰ ওপৰত বৰবৰুৱাৰ প্ৰবল হাত। তেওঁৰেই জিত অনিবাৰ্য্য।

ৰমা—প্ৰভু, আমাৰো এয়ে সুৱৰ্ণ সুযোগ। আহোম ৰাজ্য এনে বিশৃঙ্খল অৱস্থাত থাকোঁতেই আক্ৰমণ কৰিলে আহোমৰ ধ্বংস অনিবাৰ্য্য।

চতু—অসম্ভৱ! সেইটো কেতিয়াও হব নোৱাৰে বমা! আমি ন্যায় যুদ্ধৰ আয়োজন কৰিছোঁ, তাত অন্যায়ৰ ঠাই নাই। চোৰ দস্যুৰ দৰে শত্ৰুক নিঃসহায় অৱস্থাত আক্ৰমণ কৰা বীৰৰ কাম নহয়। নহব! নহব! মোক ভাবিবলৈ সময় দিয়া। মই এতিয়া একো কব নোৱাৰোঁ। (প্ৰস্থান।)

---

## ৪র্থ দৃশ্য

(ঠাই—বুঢ়াগোহাঁইৰ ঘৰ। সময়—ৰাতি বুঢ়াগোহাঁয়ে আৰু বৰ গোহাঁয়ে কথা পাতি থাকে।)

বুঢ়া—কি কৰিম, মোৰ আৰু শক্তি নাই। পদে পদে কীৰ্ত্তিচন্দ্ৰৰেই জয়। এতিয়া নাৱৰ গুৰি এৰি দিছোঁ। সোঁতে যলৈকে উটাই নিয়ে নিয়ক। কীৰ্ত্তিচন্দ্ৰৰ প্ৰবল শক্তিৰ বিপক্ষে থিয় হবলৈ মোৰ আৰু শক্তি নাই।

বৰ—কিন্তু আপুনি, লক্ষ্মীসিংহক সিংহাসনত বহুৱাবলৈ কিয় মত দিলে? আপুনি এই মত দিয়া বাবে আমাৰ আমিত্ব একেবাৰেই লোপ পাব।

বুঢ়া—সেইটো মই ভালকৈ বুজিছোঁ। কিন্তু মইতো সহজে মত দিয়া নাই। যথেষ্ট চেষ্টা কৰিলোঁ, ৰাজেশ্বৰ সিংহৰ পাট কোঁৱৰক সিংহাসন দিবলৈ। দেখিলোঁ; বৰবৰুৱাৰ দল প্ৰবল। তাৰ জয় অনিবাৰ্য্য। এনে অৱস্থাত যদি

অমত হওঁ, এখন প্ৰকাশ্য ভাবে আত্ম কন্দল আৰু নিজৰ ভিতৰত যুদ্ধৰ বাহিৰে আন একো নহয়।

বৰ—কিন্তু এতিয়া কি হব? ৰজাৰ বয়স এতিয়া বাৰেন্ন বছৰ। বাৰ্দ্ধক্যত ৰাজকাৰ্য্যালৈ হেলা হোৱাই স্বাভাৱিক। তাৰ উপৰি সকাৰে পৰা গুৰু গৃহত থাকি ধৰ্ম্ম চৰ্চ্চা কৰি সংসাৰী কাৰ্য্যলৈ বিতৃষ্ণ। তেনেহলে কীৰ্ত্তিচন্দ্ৰই হে আচল ৰজা হল।

বুঢ়া—ৰাজেশ্বৰ সিংহৰ পাট কৌৰবক ৰাজপাটত বহুওৱা হলেও কীৰ্ত্তিচন্দ্ৰই যে ৰজা নহল তেঁতেন তাৰ বা প্ৰমাণ কি?

বৰ—তত্ৰাচ, আমাৰ ৰাজ ঘৰত কিছু প্ৰাধান্যতা থাকিল হেঁতেন।

বুঢ়া—সেইটো মিছা অনুমান। ৰাজেশ্বৰ সিংহই বা কি কম উদাসীন আছিল ৰাজ কাৰ্য্যত। তেওঁৰ দিনতেই, বিশেষকৈ তেওঁৰ জীৱনৰ শেহ ছোৱাত আমাৰ প্ৰাধান্যতাই বা কিমান খিনি আছিল!

বৰ—কিন্তু নিয়ম মতে বাপেকৰ পাচত পুতেকহে ৰজা হব লাগে। পৃথিৱীৰ বুৰঞ্জীয়েই এই কথাৰ সাক্ষী দিব।

বুঢ়া—আপুনি কেৱল বুৰঞ্জীৰ কথাকে কব। সেই কাৰণেহে তৎ নেপাই কীৰ্ত্তিচন্দ্ৰই আপোনাৰ বুৰঞ্জী সমাধিস্থ কৰিলে। ৰুদ্ৰসিংহৰ শেষ ইচ্ছালৈ পাহৰি গল নে?

বৰ—কিন্তু সেই আদেশ ৰক্ষা কৰা নহল। নহলে সামান্য

চেল্লু উলিয়াই মোহনমালাক সিংহাসনৰ পৰা বঞ্চিত কৰা নহল হেঁতেন।

বুঢ়া—সেইবোৰ কথা যাবলৈ দিয়ক বৰ গোহাঁই ডাঙৰীয়া। পুৰাণৈ ৰজাৰ অভিষেক, এনে সময়ত এই বোৰ আলোচনা কৰি একো লাভ নাই।

বৰ—আপুনি ইমান উদাসীন হৈ পৰিছে কিয় ?

বুঢ়া—উদাসীন মই নহম, তেন্তে হব কোন ? যাৰ ইমান ভাগ্য বিপৰ্য্যয় হৈ গৈছে। এই সুবিশাল আহোম ৰাজ্যৰ প্ৰধান মন্ত্ৰী হৈয়ো যি শক্তিহীন, পদে পদে পৰৰ দ্বাৰাই শাসিত, লাঞ্ছিত ; সি আৰু উদাসীন নহৈ কি হব। বৰ গোহাঁই ডাঙৰীয়া ! মই এই সংসাৰত অকলশৰীয়া ; কেওঁ নাই মোৰ দুখত সমবেদনা জনাবলৈ ; কেওঁ নাই মোৰ দুখত কান্দিবলৈ ! স্ত্ৰীগণ, কন্যাগণ, মোৰ আৰু কি আছে যাবলৈ ? কিয় অশান্তিত ভুৰগৈ জীৱনৰ বাকীছোৱা অসুখীয়া কৰোঁ ? মোৰ আৰু সংসাৰত স্পৃহা নাই। ৰজা ৰাজপাটত উঠা হৈ গলেই ৰাজ বিষয় ৰজাৰ হাতত গতাই দি ; জীৱনৰ বাকী কেটা দিন তীৰ্থ-পৰ্য্যটন কৰি কটাম বুলি ভাবিছোঁ।

বৰ—তেনেহলে ৰাজ বিষয় খোৱা আমাৰ পক্ষেও অসম্ভৱ হৈ উঠিব।

---

# ৫ম দৃশ্য

( ঠাই—বাজকাৰেং—সময়—বাতিপুৱা সুসজ্জিত বাজ সিংহাসনব দুয়োফালে ডাঙৰীয়া সকল আৰু গোসাঁই সকল বহিবলৈ আসন পাৰি থোৱা আছে। ভিতৰত বজাক নো'ৱাইছে, আয়তি সকলব উৰুলি শুনা গৈছে। শঙ্খ ঘণ্টা আদি নানা বাদ্য বাজিছে। দূৰৈত বৰটোপ ফুটিছে সকলো মানুহে বাজ সভালৈ আহিবলৈ বাট চাই আছে। কেজনমান বিষয়াই মানুহবোৰ নি নি সভাব নানা ফালে বহুৱাইছে। )

বিষয়া—বাইজ সকল! বহক, আৰু বেচিপৰ নাই স্বৰ্গদেৱক গা ধুওৱা হৈ গল। অলপতে সভাত স্বৰ্গদেৱ উপস্থিত হবহি।

( এজাক বণুৱাই শাৰী পাতি আহি সভাব দুফালে থিয় হয় হি। তাৰ পাছত আগত বুঢ়া গোহাঁই, মাজত বজা, বমানন্দ ভট্টাচাৰ্য্য, পাছত বৰ গোহাঁইকে আদি কৰি সকলো বাজ বিষয়া সোমাই আহে। সিংহাসনৰ ওচৰৰ আন এখন আসনত বজা বহে। চাৰিটা গা চোৱা বণুৱা খোলা তৰোৱাল লৈ সিংহাসনৰ দুয়োফালে থিয় হয়হি। সিংহাসনৰ আগত এখন ঠগাত বাজ মুকুট, আন এখন ঠগাত ফুলৰ মালা অলি থকা ধূপ ধূনা থাকে। )

বুঢ়া—স্বৰ্গীয় বাজেশ্বৰ সিংহ স্বৰ্গদেৱে আমাক অকালতে এৰিগৈ যি শোক দিলে, সেই শোকৰ ঢৌ আমাৰ আৰু বাইজৰ মনৰ পৰা মাৰ যাবলৈ নৌ পাওঁতেই কৰ্ত্তব্যৰ অনুৰোধত পূৰ্ব্বাপৰ চলি অহা প্ৰথা অনুসাৰে এই অভিষেক উৎসৱৰ

আয়োজন কৰিব লগা হল। স্বৰ্গীয় রুদ্রসিংহ স্বৰ্গদেৱৰ অন্তিম আদেশ অনুযায়ী এই সিংহাসনৰ উত্তৰাধিকাৰী এইজনা কোঁৱৰেই। এতিয়া এই গৌৰৱমণ্ডিত আহোম সিংহাসনত বহি তেওঁতে পিতৃপুৰুষ সকলৰ দৰে ৰাজ্য শাসন কৰক। প্ৰজাক পুত্ৰৱৎ পালন কৰক। তেওঁতৰ দিনত যেন ৰাজ্যত সুখ, শান্তি, ধৰ্ম্ম, কৰ্ম্ম শতগুণে বাঢ়ে।

লক্ষ্মীসিংহ—বুঢ়াগোহাঁই ডাঙৰীয়া! ৰাইজক জনাওক; যে মই অভিষেকৰ প্ৰথম নিৰ্ম্মালি, মোৰ আশৈশৱ পালক—শিক্ষা গুৰু, ধৰ্ম্ম গুৰু ৰমানন্দ ভট্টাচাৰ্য্যৰ পৰাহে ল'ম। (ৰমানন্দক) প্ৰভু! আপোনাৰেই স্নেহ, আশীৰ্ব্বাদ আজি শিৰোগত কৰি মই এই কঠোৰ কৰ্ত্তব্যলৈ আগ বাঢ়িলোঁ। আশীৰ্ব্বাদ কৰিব—যেন আহোম ৰাজ্যৰ গৌৰৱ মোৰ হাতত অটুট থাকে। তাৰ সোণালী কীৰ্ত্তি যেন মোৰ হাতত ক'লা নপৰে। (ৰজাই সেৱা কৰি সিংহাসনত বহে। টোপধ্বনি হয়, শঙ্খ, ঘণ্টা ডবা বাজি উঠে। আয়তি সকলে উৰুলি দিয়ে। আকৌ নিস্তব্ধ হয়। ৰমানন্দই ৰজাক প্ৰথমতে ফোঁট দি মালা পিন্ধায়। তাৰ পাচত মুকুট পিন্ধাই দিয়ে। আকৌ আগৰ দৰে টোপধ্বনি হয়। বাদ্য আদি বাজি উঠে।)

সকলোৱে—"জয় স্বৰ্গদেৱ লক্ষ্মী সিংহৰ জয়।"

(আয়তি সকলে তিতৰৰ পৰা পুষ্প বৃষ্টি কৰে। এই আটাইবোৰ কাৰ্য্যই একেলগে হয়।)

বমা—স্বৰ্গদেৱ ঈশ্বৰ! আশীৰ্ব্বাদ কৰিছোঁ—যেন আপুনি প্ৰবল প্ৰতাপান্বিত হয়। আপোনাৰ ৰাজ্যত অসুখ অশান্তি, মাৰি—মৰক, যুদ্ধ বিগ্ৰহ একো নহয়। প্ৰজাই যেন অতি সুখে শান্তিৰে থাকিবলৈ পায়।

( আনন্দতে সকলো বাদ্য বাজি উঠে। বমানন্দ বহে আৰু আন আন গোসাঁই সকলে ৰজাক নিৰ্ম্মালি দিয়ে। নিৰ্ম্মালি দিয়া শেষ হলে বাদ্য বন্ধ হয়। )

বমা—স্বৰ্গদেৱ ঈশ্বৰ! আপুনি এতিয়া এই নিষ্কলঙ্ক সুবিশাল কামৰূপ ৰাজ্যৰ ৰজা। প্ৰজা হিচাবে আমাৰ সেৱা গ্ৰহণ কৰক।

( সকলোৱে আঁঠু লয় আৰু হাত কৰযোৰ কৰি নমস্কাৰ জনায়। আয়তি সকলে কাষত মঙ্গল ঘট লৈ উৰুলি দি ওলাই আহে আৰু নাম গাই ৰজাক শান্তি পানী চটিয়াই যায়। )

আয়তি সকল—

আজি ৰঙে পুৰত কিহৰে কিৰিলি
আনন্দে নধৰে হিয়া হে।
নটুৱাই নাচিছে বাজনা বাজিছে
আয়তি উৰুলি দিয়া হে ॥

ৰাজসুয় যজ্ঞতে যেন ৰজা সৱে
ৰামচন্দ্ৰক মধ্যস্থ কৰিছে;
সোণৰ সিংহাসনত স্বৰ্গদেৱ বহিছে
সভাসদ বহিছে বেঢ়ি হে ॥

শিঙৰী ঘৰতে সুবৰ্ণৰ কলসী
বদত চিকেমিকে কৰে হে
স্বৰ্গদেৱৰ চকুলৈ চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে হে।

( ওলাই যায় আৰু লগে লগে দৃশ্যপট পৰে। )

# পঞ্চম অঙ্ক।

## ১ম দৃশ্য।

ঠাই—ৰজাৰ বাহিৰ চ'ৰাত মেল। সময়—দুপৰীয়া। ৰজা মেলত বহে। ডাঙৰীয়া সকল আগৰে পৰা বহি থাকেহি। স্বৰ্গদেৱ সোমাই অহাত সকলোৱে সেৱা জনায়। )

বুঢ়া—স্বৰ্গদেৱ ঈশ্বৰ! এই মাত্ৰ সংবাদ পালোঁ, ৰণপতা হাতীচুঙী মৰাণৰ বিপক্ষে আমাৰ যি সৈন্য পঠোৱা হৈছিল তাৰ সৰহ ভাগ মানুহ বন্দি কৰি মৰাণে কাটিলে। হাজৰিকাও ৰণত পৰিল। বেজবৰা কথমপি যেনিবা প্ৰাণ লৈ পলাই আহিল। স্বৰ্গদেৱে এতিয়া যেনে ব্যৱস্থা কৰিবলৈ আদেশ দিয়ে কৰা হব।

লক্ষ্মীসিংহ—এইটোতো অতি গুৰুতৰ কথা। কিন্তু হঠাৎ মৰাণে ৰণ পাতিলে কিয় ? এই বিদ্ৰোহৰ কাৰণ কিবা জানিব পাৰিলে নে ?

বুঢ়া—হয় স্বৰ্গদেৱ ঈশ্বৰ, বিদ্ৰোহৰ কাৰণ বুজপোৱা হৈছে।

লক্ষ্মী—কি কাৰণ ?

বুঢ়া—স্বৰ্গদেৱ ঈশ্বৰে সিদিনা চহৰ ফুৰি উভটি আহোঁতে মোৱা মৰীয়া মহন্তই স্বৰ্গদেৱক সেৱা জনালে, কিন্তু মহামান্য বৰবৰুৱা ডাঙৰীয়াক বোলে সেৱা জনাই সন্মান নকৰিলে, তাতে অসন্তুষ্ট হৈ বৰবৰুৱা ডাঙৰীয়াই, মহন্তক অপমান কৰি, জনাই দিলে তেওঁৰ ক্ষমতা কিমান। এয়ে হল প্ৰথম কাৰণ। দ্বিতীয় কাৰণ হল, আজি কেই দিনমানৰ আগতে বাঘ হাতীবৰুৱাই বৰবৰুৱা ডাঙৰীয়াৰ লগত ভেট নোহোৱাকৈ স্বৰ্গদেৱৰ ওচৰ পাইছিল গৈ। এয়ে হ'ল বাঘৰৰ জগৰ। তাৰ কাৰণে তাক চমতাৰে কোৰ সোধাই অপমান কৰা হল। সংবাদ পাইছোঁ; বাঘৰে এতিয়া বিদ্ৰোহীদলৰ লগত যোগ দিছে। এনে ডাঙৰ মানুহৰ হাতত ক'ৰবাত নিজৰ আত্ম সন্মান যায় বুলিয়েই মই ৰাজ কাৰ্য্যৰ পৰা অৱসৰ খুজিছিলোঁ। স্বৰ্গদেৱ! এওঁৰ অহঙ্কাৰ আৰু মইমতালিয়ে মূধচ পাইছেগৈ। কোবে কাটি গ্ৰহণী চপাই লৈছে। (বৰবৰুৱাৰ প্ৰবেশ।)

বৰবৰুৱা—সেইদৰে ভূগিবলৈকো সুত আছোঁ। বিদ্ৰোহৰ

আচল কাৰণ স্বৰ্গদেৱ ঈশ্বৰৰ কাণত বোধকৰো পৰা নাই।

লক্ষ্মী—ববৰুৱা, আপুনি মোৱামৰীয়া মহন্তক আৰু ৰাঘৱক কিয় অপমান কৰিলে?

ববৰুৱা—এই দুটা কথাকে জনাবলৈহে মই স্বৰ্গদেৱৰ ওচৰলৈ আহিছোঁ। এই অপমান কৰা কাৰ্য্য মোৰ মান বঢ়াবলৈ কৰা নহয়। ইয়াৰ মূলত যথেষ্ট ৰাজনীতি আছে। এই মোৱামৰীয়া মহন্তই সি দিনা ডাঙৰীয়া খেলৰ নিমন্ত্ৰণ উপেক্ষা কৰি অভিষেক সভালৈ অহা নাই। সকলো মহন্তই স্বৰ্গদেৱক নিৰ্ম্মালি দিলেহি, নাহিল মোৱামৰীয়া মহন্ত। পাছে, তাৰ অহঙ্কাৰ বাঢ়ি যায় এই ভাবি আৰু তাৰ উপেক্ষাৰ প্ৰতিশোধ লবলৈকে এই অপমান কৰা হল। তাৰ পাছত ৰাঘৱৰ কথা কৈছে। কব নোৱাৰোঁ, কোনো শত্ৰুৰ উদগণি বা লাই পায়েই নে কি ৰাঘৱে কিছু দিনৰ পৰা মোক উপেক্ষা কৰিবলৈ ধৰিছিল। সেই কাৰণেই তাক মই অপমান কৰিলোঁ। তাৰ উপৰি হাতীচুঙীৰ মৰাণৰ বিদ্ৰোহত তাৰ যোগ আছিল বুলি সন্দেহ কৰিবৰ যথেষ্ট কাৰণ পাইছো। নহলে এই সামান্য অপমানকে চেলুলৈ সি বিদ্ৰোহীৰ লগত যোগ নিদিলে হেঁতেন।

লক্ষ্মী—মোৰ সন্দেহ হয়, এই ৰাজ্যৰ ৰজা মই লক্ষ্মীসিংহনে কীৰ্ত্তি চন্দ্ৰ ববৰুৱা।

ববৰুৱা—স্বৰ্গদেৱ ঈশ্বৰৰ সোণৰ ৰূপৰ মখেৰে যি কব সেইটোৱে

হব, আমি বন্দীনো কিহৰ মানুহ ? ৰাজ্যৰ মঙ্গল আৰু স্বৰ্গদেৱ ঈশ্বৰৰ মঙ্গল কামনা কৰিয়েই বন্দীয়ে এনে কাৰ্য্য কৰিছিলোঁ। স্বৰ্গদেৱে যদি ইয়াত দায় ধৰে বন্দীয়ে সেই দায় মূৰ পাতি লৈছো।

লক্ষ্মী—বিচাৰৰ ভাৰ ৰজালৈ থোৱাই ভাল। যি কি নহওক মই আপোনাক এই বাৰলৈ মাৰ্জ্জনা কৰিলোঁ। ভাবি চাওকচোন—আপোনাৰ এই অবিবেচনাৰ ফলত দেশত বিদ্ৰোহৰ সৃষ্টি হ'ল !

বৰবৰুৱা—স্বৰ্গদেৱ ঈশ্বৰ ! এইবোৰ ঘটনাৰ আগতেই হাতীচুণ্ডী মৰাণে ৰণ পাতিলে। বিদ্ৰোহৰ কাৰণ এইবোৰ ঘটনা নহয়। তাৰ কাৰণ আন হে।

লক্ষ্মীসিংহ—কি আন কাৰণ ?

বৰবৰুৱা—ইয়াৰ কাৰণ হৈছে ফুলেশ্বৰী কুৱঁৰীৰ মোৱামৰীয়াৰ ওপৰত অত্যাচাৰ। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ অভিষেকত মোৱামৰীয়া মহন্তৰ হীন আসন। নহলে এই দুদিনতে ইমান ডাঙৰ বিদ্ৰোহৰ আয়োজন কৰি তোলা মোৱামৰীয়াৰহে নেলাগে কোনো জাতিৰ পক্ষে সম্ভৱ নহয়। তাৰ উপৰি সিহঁতৰ প্ৰধান সেনাপতি মোহনমালা গোঁহাই দেৱ।

লক্ষ্মীসিংহ—মোহনমালা !

বৰবৰুৱা—হয় স্বৰ্গদেৱ ঈশ্বৰ। শত্ৰু আৰু ব্যাধিৰ শেষ নকৰাকৈ এৰিব নেপায়। আমাৰ কথা নুশুনি চলাজনা স্বৰ্গদেৱে তেওঁক মৃত্যু দণ্ড নিদি নিৰ্ব্বাসিত কৰি ভুল কৰিলে।

লক্ষ্মী—আপুনি এই সংবাদ কেনেকৈ পালে ?

ৰৰবৰুৱা—মই চোৰাংচোৱা পঠিয়াই বিদ্ৰোহীৰ গতিবিধিৰ বিষয়ে সকলো সংবাদ অনাইছোঁ। সংবাদ পায়েই স্বৰ্গদেৱৰ ওচৰলৈ আহিছিলোঁ। হাতীচুঙীত এতিয়া সিহঁতৰ মানুহ কেওঁ নাই। সিহঁতৰ মুখীয়াল মানুহ সৈন্যসামন্ত সকলো ডিবুৰুৰ ওচৰত গোট খাইছে গৈ। তাত মৰাণ মানুহৰ সংখ্যা বেচি। সেই ঠায়েই এতিয়া বিদ্ৰোহীৰ কৰ্ম্ম কেন্দ্ৰ হৈছে।

লক্ষ্মী—মই বেচ বুজিছোঁ, ককাইদেৱৰ দিনত কৰ্ম্মচাৰী সকলে কিমান নিস্বাৰ্থভাবে কাম কৰিছিল! ইমান কৰ্ম্মচাৰী ইমান বিষয়াৰ চকুত ধূলি মাৰি; তলে তলে মোৱামৰীয়াই ইমান ডাঙৰ বিদ্ৰোহ কৰি তুলিলে, কি আচৰিত! বুঢ়া গোহাঁই ডাঙৰীয়া! ইয়াৰ এতিয়া প্ৰতিকাৰৰ ব্যৱস্থা কৰক আপোনালোকে।

বুঢ়া—স্বৰ্গদেৱ ঈশ্বৰ! আমাৰ ভয়ৰ কোনো কাৰণ নাই। লালুকিলৈ নো কি তপত পানী লাগিছে। ছগাৰ দৰে জ্বলা জুইত জাপ দিবলৈ আহিছে, সিহঁতৰ ধ্বংস অনিবাৰ্য্য।

ৰৰবৰুৱা—স্বৰ্গদেৱ ঈশ্বৰ! সংবাদ পাইছোঁ, মোৱামৰীয়াৰ সৈন্য সংখ্যা কম নহয়। সিহঁতক উপেক্ষা কৰিলে নহব। সিহঁত বোলে ক্ৰমশঃ ৰংপুৰৰ কালে আগুৱাবলৈ ধৰিছে।

লক্ষ্মীসিংহ—বুঢ়া গোহাঁই ডাঙৰীয়া, আপুনি তুৰন্তে সৈন্য এদল পঠিয়াই দিয়ক।

বুঢ়া—ভাল স্বৰ্গদেৱ ঈশ্বৰ।

## ২য় দৃশ্য ।

( ঠাই—মোৰামৰীয়াৰ ছাউনি । সময়-সন্ধ্যা । )

বগা—ভাই বাঘৰ ! আজিৰ পৰাজয়ে মোৰ আশা বহুদূৰ পাছ হোহোঁকাই দিলে। মন মোৰ চঞ্চল হৈ উঠিছে। কি হব ; যদি যুদ্ধত জয়ী নহওঁ ?

বাঘৰ—প্ৰভু ! আপুনি মিছাকৈয়ে উদ্বিগ্ন হৈ উঠিছে। আজি পৰাজয় হৈছে বুলিয়েই নিৰুৎসাহ হোৱা কোনো ৰকমেই উচিত নহয় ! আজিৰ পৰাজয়ত সৈন্য বোৰ কিছু নিৰুৎসাহ হৈ পৰিছে। তাহাঁতক উৎসাহ দিয়া প্ৰয়োজন। কাইলৈ যাতে দুগুণ উৎসাহে তাহাঁতে যুদ্ধ কৰে। কাইলৈ আমাৰ জয় অনিবাৰ্য্য। ( বাধাৰ প্ৰবেশ )

বাধা—নিশ্চয় আমাৰ জয় অনিবাৰ্য্য। এদিন যুদ্ধত হাৰিলে সদায় হাৰিবনে ?

বাঘৰ—কোন ? অ' আপুনি ইয়ালৈ কিয় আহিল ?

বাধা—কিয় ? যুদ্ধ কৰিবলৈ। এদিন যুদ্ধত হাৰিয়েই যি ইমান দমি যায়, তাৰ কলাঘুমটিয়া প্ৰাণ তিৰোতাৰ বাহিৰে জগাই তুলিব পাৰে কোনে ?

বগা—ঠিক কথা, এনে কথা তোমাৰ নিচিনা বীৰ-পত্নীৰ মুখত হে শোভা পায়।

( মোহনমালাৰ প্ৰবেশ । )

মোহনমালা—আজিৰ যুদ্ধত মোৱামৰীয়াৰ পৰাজয়! আহোমৰ জয়। কিন্তু এই জয় ক্ষণ স্থায়ী। ইয়াৰ বাবে মন মাৰি থকা উচিত নহয় বগা! পিতৃৰ অপমান—তাৰ প্ৰতিশোধ মনত ৰাখিবা বগা!

বগা—নিৰুৎসাহ হোৱা নাই বাটঘৰীয়া গোহাঁইদেৱ, ই ক্ষণিকৰ দুৰ্ব্বলতা মাথোন। দাম্ভিক কীৰ্ত্তিচন্দ্ৰৰ মুৰ কাটি পিতৃৰ চৰণত উপহাৰ নিদিওঁমানে মন মোৰ ক্ষান্ত নহয়। দেশ উজাৰ কৰিম। আহোমে বুজিব, জগতে দেখিব! মোৱামৰীয়া জাতি নিৰ্জ্জীৱ নহয়। তাৰ প্ৰাণ আছে। অন্যায়ৰ প্ৰতিশোধ সি লব জানে।

মোহন—(স্বগতঃ) উদ্যমৰ ফল ব্যৰ্থ হোৱা নাই। (প্ৰকাশ্যে) এয়েতো বীৰৰ উচিত কথা! বলা ভাই, সকলোটি মিলি সৈন্য বোৰক জগাই তোলোঁ। তাহাঁতৰ অলস প্ৰাণত নৱজীৱনৰ সঞ্চাৰ কৰি দিওঁ। উদ্দেশ্য আমাৰ সিদ্ধি হব—ওপৰত ভগৱান।

(ৰাধাৰ বাহিৰে সকলোৰে প্ৰস্থান। নাহৰৰ প্ৰৱেশ।)

নাহৰ—উৱা, এইজনী এইখিনি পালেহি কেনেকৈ? বোলো হেৰা সেনাপতিয়নী! আজি দুখৰ দিনতো তোমাক ইয়াত দেখি হাঁহি উঠিছে, পাছে এই বাৰনো ইয়াত কি ৰূপে অৱতাৰ হলাহি? ৰণচণ্ডী হৈ আহিছানে কি?

ৰাধা—(হাঁহি) আহিব নেপায়নে? ৰণচণ্ডী হৈয়ে আহিলোঁ যেনিবা। কিবা আমি যুদ্ধ কৰিলে যুদ্ধ নহব নে? শত্ৰু নমৰিবনে কি?

নাহৰ—এঃ, কেলেই নমৰিব। তোমালোকে হিলৈ কাঁড়লৈ যুদ্ধ নকৰিলেও হব। চকুকিটা কেবাঁকৈ এটা নয়নবাণ মাৰি পঠিয়ালেই এটাহে নেলাগে এশটা চিপাহী মৰিব। কিমান আপোনা আপুনি বন্দী হ’ব। মই যেনেকৈ হৈছোঁ।

ৰাধা—যাওক, ই ধেমালি কৰা ঠাই নহয়।

নাহৰ—বাৰু, শত্রু মৰাতকৈ নিজৰ প্ৰাণটোকে ৰক্ষা কৰিবলৈ চেষ্টা কৰোঁ।

ৰাধা—আমাৰ শক্তিৰ ওপৰত আপোনালোকৰ বিশ্বাস নাই বুলিয়েই এনে কথা। কাৰ্য্যৰ স্বাধীনতা পালে আমিও আপোনালোকতকৈ কোনোগুণে কম নহম। পুৰুষৰ কাষে কাষে নাৰীয়ে যুদ্ধ কৰা উদাহৰণ অসমত বিৰল নহয়।

নাহৰ—বাৰু এতিয়া ছাউনিলৈ যোৱা। বৰ ঘৰীয়া গোহাঁইদেৱ আহিছেই সৌৱা, তেওঁৰ লগত মোৰ এটা কথা আছে।

(মোহনমালাৰ প্ৰবেশ)

আপুনি মোক বোলে বিচাৰিছিল ?

মোহন—হয়। নাহৰ! আজি ৰাতিয়েই কিছুমান মানুহ লৈ ডিবুক নৈৰ ওপৰত আহোমে যি দলং দিছে, তাক কাটি উটাই দিব লাগে; যাতে সমল যোগোৱাৰ কোনো উপায় নেথাকে। সিহঁতক খাবলৈ নিদি তিল তিলকৈ শুকাই মাৰিব লাগিব। খাবলৈ নেপালে হয়তো হৰনাথ ফুকনে স্বসৈন্যে আত্মসমৰ্পণ কৰিব পাৰে। যোৱাঁ, এই কামৰ ব্যৱস্থা কৰি আহাঁ।

(নাহৰৰ প্ৰস্থান। বিপৰীত ফালৰ পৰা অহল্যাৰ প্ৰবেশ)।

অহল্যা—বঙহৰদেৱ ! আপুনি ইয়াতে আছে ?

মোহ—কোন ? অহল্যা, প্ৰিয়তমে ! তুমি ইয়ালৈ কিয় আহিলা ?

অহল্যা—স্বামীৰ ওচৰলৈ স্ত্ৰী আহে, তাত আচৰিত হবৰ কথা কি ?

মোহ—কিন্তু ই যুদ্ধক্ষেত্ৰ—ই প্ৰণয়ীৰ মিলন শয্যা নহয়। ভয়ানক স্থান।

অহ—জানো।

মোহ—ই মৃত্যুৰ লীলাভূমি।

অহ—মৰিবলৈ ভয় নকৰোঁ।

মোহ—তিৰোতা মানুহে স্বামীৰ লগত খৰিয়াল কৰি দিনটোত এশবাৰ মৰে। ই তেনে নকল মৃত্যু নহয়। আচল।

অহ—মই আহোমৰ জীয়াৰী। যুদ্ধক্ষেত্ৰলৈ ভয় নকৰোঁ।

মোহ—( নিজে নিজে ) আহোমৰ জীয়াৰী—উঃ! অতি তীক্ষ্ণ—অসহ্য। তীক্ষ্ণ কাঁড়েও ইমান নিবিন্ধে।

অহ—বঙহৰদেৱ ! এতিয়াও উপায় আছে। এতিয়াও এই ভীষণ হত্যা বন্ধ কৰিব পাৰি। আপুনি ক্ষমা কৰক।

মোহ—ক্ষমা ?

অহ—হয়। ভূল কাৰ এদিন ডাঙৰীয়া শ্ৰেণীয়ে আপোনাক অন্যায় কৰিছিল। ভূল কৰি এদিন দেউতাই আপোনাক অন্যায় কৰিছিল। ভূল কাৰ নহয়! নাথ ?

মোহ—নাই, ক্ষমা নাই—অহল্যা !

অহ—এই পৃথিৱীত তেন্তে ক্ষমা নাই নে কি ?

মোহ—ক্ষমাও আছে প্ৰতিশোধো আছে। সি সময় বুজি ব্যৱহাৰ হয়।

অহ—কিন্তু নিজৰ দেশে, নিজৰ জাতিয়ে আপোনাৰ কি অপৰাধ কৰিলে? তাৰ এনে সৰ্ব্বনাশ কৰিবলৈ আপুনি উদ্যত হৈছে কিয়?

মোহ—অহল্যা! মই নিৰ্ব্বাসিত, মোৰ দেশ নাই—দেশৰ স্নেহৰ পৰা মই বঞ্চিত। আৰু জাতি? মোৰ প্ৰতি অন্যায় কৰা দেখিও জাতিয়ে মোক সহায় নকৰিলে—মোৰহৈ একেষাৰ কথাকে নকলে!—এই জাতিৰ ওপৰত মোৰ আস্থা নাই! মোৰ স্নেহ নাই।

অহ—তথাপিও সি দেশ—তথাপিও সি নিজৰ জাতি।

মোহ—মিছা কথা। অহল্যা! মোক ঘূৰাবলৈ আৰু বৃথা চেষ্টা নকৰিবা। বহুত দূৰ অগ্ৰসৰ হলোঁ আৰু ঘূৰিব নোৱাৰোঁ।

অহ—কিন্তু এই যুদ্ধৰ পৰা লাভ?

মোহ—লাভ; প্ৰতিশোধ! আহোম-সিংহাসন লাভ! নহয় মৃত্যু

অহ—কিন্তু বিনা যুদ্ধেও সি হব পাৰে। বিজাতীৰ [illegible] নোলোৱাকৈয়ো সি সম্ভৱ। ব'লক আমি দুয়ো পিতৃৰ ক্ষমা ভিক্ষা কৰোঁগৈ।

মোহ—অসম্ভৱ! তোমাৰ পিতাৰাৰ ক্ষমা ভিক্ষা? তাতকৈ বিজাতীৰ সহায় শত গুণে শ্ৰেয়ঃ।

অহ—কিন্তু, পিতাকৰ ওচৰত সন্তানৰ কৃপা ভিক্ষা একো লাজৰ কথা নহয়।

মোহ—সেইটো হবই নোৱাৰে। মোক আৰু জ্বালাতন নকৰিবা; মই নোৱাৰিম। মই বিৰত হলেও এই যুদ্ধ যেতিয়া আৰম্ভ হল, সি বন্ধ নহয়! তুমি যোৱাঁ; মোৰ কাম আছে। ( প্ৰস্থান )

অহ—তেন্তে মোৰ নিজৰ পথ নিজে বিচাৰিব লাগিব।

( প্ৰস্থান )

---

## ৩য় দৃশ্য

( ঠাই-যুদ্ধক্ষেত্ৰ। আহোমৰ ছাউনি। সময়—ৰাতিপুৱা। বেজবৰা আৰু হৰনাথ ফুকনে কথাপাতি থাকে। )

বেজবৰা—ফুকন ডাঙৰীয়া! কি কৰা যাব? মই কোনো উপায়কে দেখা নাই। নিজেই সকলো অৱস্থা দেখিছোঁ। মানুহবোৰক নো দোষ দিওঁ কেনেকৈ?

হৰনাথ—তেন্তে, আজি যুঁজলৈ বেচি মানুহ ওলোৱা আশা নাই?

বেজ—ওলাব কেটামান কিন্তু নিচেই কম। জ্বৰ গ্ৰহণীয়ে নিতৌ সিপৰীয়া কৰিবই লাগিছে। যি কিটা ৰক্ষা পাই আছে সিহঁতেনো ঔ:টেঙা বেত গাজ খাই কেই দিন টিকিব। শৰীৰত বলেই বা ক'ৰ পৰা হব।

হৰনাথ—এৰা, ঔটেঙা বেত গাজ খাই আজি ১০।১২দিন যে টিকি আছোঁ। ইয়েই সৌভাগ্য। দুফালে দুই মহা শত্রুৰ মাজত ঠিয় দি আছোঁ। মৰণ আমাৰ সুনিশ্চিত। হয় জ্বৰ গ্ৰহণীক আত্মসমৰ্পণ কৰিব লাগিব, নহয় যুদ্ধ ক্ষেত্ৰত মৰাণৰ হাতত মৰণ বৰণ কৰিব লাগিব। কিন্তু, এনে লেলাই খেলাই থকা অৱস্থাতকৈ যে মৰণেই ভাল।

বেজ—আমি পঠোৱা কটকী যদি নিৰ্ব্বিঘ্নে ৰঙপুৰ পাইছেগৈ তেন্তে আমি আজি নগৰৰ পৰা নতুন সৈন্য আশা কৰিব পাৰোঁ। (মোহনমালাৰ প্ৰবেশ।)

মোহনমালা—সেই আশা বৃথা বেজবৰা! তাৰ সুব্যৱস্থা মই বহুত আগেয়েই কৰিছোঁ। তোমালোকৰ কটকী আমাৰ হাতত বন্দী।

হৰনাথ—বিশ্বাস ঘাতক! কাপুৰুষ!

মোহন—অধৈৰ্য্য নহবা; কথা শুনা। হৰনাথ! তুমি দুৱৰাৰ ঘৰৰ লৰা, এদিনীয়া নোহোৱা। তোমাৰ সাত পুৰুষে আমাক সেৱা কৰি আহিছে—তাৰ উপৰি তোমালোক আমাৰ মিত্তিৰ। সম্প্ৰতি মইহে ৰজা। বৰুতিয়ালৰ ৰবৰকৱাই কুমন্ত্ৰণা কৰি মোৰ ৰাজপাটৰ পৰা বঞ্চিত কৰিলে; সেই কীৰ্ত্তিচন্দ্ৰৰ বিপক্ষহে এই ৰণ। ডাঙৰীয়া সকলৰ বিষয়া সকলৰ যাৰ যি মৰ্য্যাদা আছে, সেই দৰেই থাকিব। পাইকান্ মানুহবো আমি কোনো অনিষ্ট নকৰোঁ।

হৰনাথ—বাটঘৰীয়া গোহাঁই! তুমি নিৰ্ব্বাসিত—ৰাজদণ্ডত

দণ্ডিত, তোমাক আমি কেনেকৈ ৰজা লম। স্বৰ্গদেৱ পাটত আছে। আমি তোমাক ৰজা বৰিব নোৱাৰোঁ।

মোহন—মোৰ প্ৰস্তাৱত অমান্তি হলে তাৰ ফলাফল কি বিবেচনা কৰি চাইছা নে? তোমাৰ আঠ হেজাৰ সৈন্যৰ এতিয়া আঠশও নাই। তোমাৰ চাৰিহেজাৰ সৈন্যই আমাক বৰিলে, বাকী ষিকিটা আছে তাহাঁতৰ যুদ্ধ কৰা শক্তি নাই।

হৰনাথ—সকলো জানো। কিন্তু ৰাজভক্ত প্ৰজা মই; মোৰ গাত শেষ বিন্দু তেজ থাকে মানে মই যুঁজিম। নেভাবিবা; তোমাৰ সামান্য প্ৰলোভনত মই ভোল যাম। দেশদ্ৰোহী! জাতিদ্ৰোহী! আঁতৰ হ সন্মুখৰ পৰা।

মোহন—মূৰ্খ সুবুদ্ধিলি; উত্তম। ( সুহ্ৰ'ৰ ৰজাই, বাঘৰ আৰু কেইবাটাও মোগলমৰীয়া সৈন্য আছে।)

বন্দী কৰ এই দুটাক। ( সৈন্যবোৰে বন্দী কৰে )।

বেজ—নিৰস্ত্ৰ অৱস্থাত বন্দী কৰা বীৰৰ ধৰ্ম্ম নহয়।

হৰনাথ—প্ৰতিবাদ নকৰিবা বেজবৰা! দেশদ্ৰোহীৰ ওচৰত ন্যায়, ধৰ্ম্ম, বিচৰা অযথা বাক্যব্যয়। ব'লা, দেশৰ কাৰণে, জাতিৰ কাৰণে আমি হাঁহি হাঁহি মৃত্যুক বৰণ কৰোঁ। ভাগ্যত আৰু কষ্ট নাই। মুক্তি আসন্ন।

[মো]হন—ইহঁতক লৈ বল মোৰ ছাউনিলৈ। বাঘৰ! এতিয়াই হাতী আনি ইহঁতৰ ছাউনি ভঙ্গাই দিয়া। ( প্ৰস্থান )

## ৪র্থ দৃশ্য।

( ঠাই—যুদ্ধক্ষেত্র। সময়—আবেলি। দূবৈত সৈন্যবোৰক আদেশ দিয়া শুনা যায়—"ৰৰটোপত জুই দিয়া, ৰৰটোপত জুই দিয়া। সিহঁতক এক মুহূর্ত্তও অব্যাহতি নিদিবা।" দূবৈত ৰৰটোপৰ শব্দ। ৰণৰ কোলাহলৰ, লগে লগে সৈন্যবোৰৰ জয়ধ্বনি "জয় লক্ষ্মীসিংহৰ জয়"। পানীফুকন পানীফুকনৰ গা ৰখীয়া আৰু ৰামকৃষ্ণাইৰ প্ৰবেশ। )

পানীফুকন—চোৱা ! চোৱা ! শত্রুসৈন্য পাচ হুহঁকিছে। সিহঁত তিষ্ঠিব পৰা নাই। আমাৰ মানুহে এনেকৈ যুদ্ধ কৰিলে সিহঁত কিছুপৰৰ পাচতে পলাবলৈ বাধ্য হব। ভাই কৃষ্ণৰাম ! বন্ধুৰ মায়া মমতা এৰিব নোৱাৰি যুদ্ধক্ষেত্ৰতো লগে লগে সহায় কৰি ফুৰিছাহি ! তোমাৰ গুণ কি বুলি গাম ?

ৰামকৃষ্ণাই-কোনে কৈছে মই তোমাক সহায় কৰি ফুৰিছোঁ বুলি। ৰজাক সহায় কৰা কিবা তোমাৰেই এদনীয়া অধিকাৰ নে ?

পানী—হয়নে কি ? হেৰঁা ৰাজভক্ত ! বেচি কথা কব নেলাগে, সেইফালে গৈ সৈন্যবোৰক কিছু উদগনি দিয়াগৈ। মই এইফালে থাকোঁ।

( ৰামকৃষ্ণাইৰ প্ৰস্থান, বিপৰীত ফালৰ পৰা ৰাঘৰৰ প্ৰবেশ )

ৰাঘৱ—পানীফুকন ডাঙৰীয়া ! আপুনিনো কাৰ বিপক্ষে ৰণ চলাইছে ? বাটঘৰীয়া গোহাঁইদের হে ৰজা। নিজৰ

জাতি ভাইৰ বিপক্ষে ৰণ কৰি দেশত আত্ম কন্দল বঢ়াইছে ?

পানী—ই আত্ম কন্দল বঢ়োৱা নহয়; বিদ্ৰোহী দমন কৰি দেশত শান্তি স্থাপনৰ ব্যৱস্থাহে। স্বৰ্গদেৱ পাটত থাকোতেই আৰু এজন ৰজা হ'ব নোৱাৰে।

বাঘৰ—কিন্তু আপুনি দেখা নাইনে কিমান বিলাক বিষয়াই আহি বাটঘৰীয়া গোহাঁইক বৰিলেহি ! ভিতৰুৱাল ফুকনে সসৈন্যে আহি তেওঁক বৰিলেহি। দিহিঙকে সীমা কৰি সকলো মানুহে তেওঁক ৰজা বুলি মানি লৈছে।

পানী—লওক মানি। মই দিহিঙীয়াৰ ঘৰৰ ল'ৰা। এই মূৰেৰে স্বৰ্গদেৱক সেৱা কৰিছোঁ, আনৰ ওচৰত দোঁ নেখায়। কিন্তু আচৰিত হৈছোঁ, এনে প্ৰস্তাৱ লৈ তুমি মোৰ ওচৰ চাপিবলৈ সাহ কৰিছা।

বাঘৰ—কিন্তু, নিজৰ জ্ঞাতি ভাইৰ বিপক্ষে ৰণ কৰি অযথা প্ৰাণী ক্ষয় কৰি অকালতে নিজ প্ৰাণ এৰি লাভ কি ? যি শক্তিমন্ত তাৰ জয় অনিবাৰ্য্য। আপুনি বাটঘৰীয়া গোহাঁইক বৰক, ইয়াতোকৈ উচ্চ বিষয় আপোনাৰ লাভ হব।

পানী—মৰাণৰ উচ্চ বিষয়ক মই পদাঘাত কৰোঁ ! তই গান্ধী-খোৱা মৰাণৰ কথাৰেই মই মোহনমালাক বৰিম নে ? বিশ্বাসঘাতক ! ৰাজদ্ৰোহী ! তোৰ নিচিনা অকৃতজ্ঞ প্ৰাণী আৰু পৃথিৱীত নাই।

বাঘৰ—মোৰ এই ৰাজদ্ৰোহ, বিশ্বাসঘাতকতাৰ বাবে দায়ী

কোন? শুনা পানীফুকন! কীৰ্ত্তিচন্দ্ৰৰ বংশৰ মই কাকো জীয়াই নেৰাখোঁ।

গাচোৰা—দেউতা! ই কটা মৰাণে বৰ বৰ কথা কৈছে। হুকুম দিয়ক, ইয়াক এসেকা দিওঁ।

পানী—বাঘৰ! তোৰ অপৰাধৰ মাৰ্জ্জনা নাই। পাৰ যদি আত্ম ৰক্ষা কৰ।

(দুয়ো বাঘৰক আক্ৰমণ কৰে। বাঘৰে কিছুপৰ আত্মৰক্ষা কৰি পলায়।)

গাচোৰা—কুকুৰ মৰাণ, তাৰ সাহটো চোৱাঁ। এতিয়া পলালি কেলেই?

পানী—ব'ল, সোঁফালে সৈন্যবোৰক উদগাই দিওঁগৈ। পলৰীয়াক খেদিব নেপায়। (প্ৰস্থান। মোহনমালা আৰু বগাৰ প্ৰবেশ)

বগা—সেনাপতি! গতিতো ভাল দেখা নাই! সৈন্যবোৰ ক্ৰমে হুইকিছে।

মোহন—ভয় নাই, আজিৰ যুদ্ধত একমাত্ৰ বীৰ পানীফুকন। তাৰ নিপাত হলেই এই দল সৈন্য ছেদেলি ভেদেলি হব। যোৱাঁ! নিৰুৎসাহ নহবা। মনত ৰাখিবা পিতৃ অপমানৰ প্ৰতিশোধ। যোৱাঁ! (প্ৰস্থান। মোহনমালাই সুহৰী বজায় আৰু এদল মোৱামৰীয়া সৈন্য আহে।)

অতি সাৱধানে, চোৰৰ দৰে সৌ হাবিথনৰ কাষৰ বাটটোত লুকাই থাকগৈইক। বাঘৰ গৈ তহঁতৰ লগত লগ খাবগৈ। লগৰ মানুহটোৱে যেতিয়াই সুহুৰী মাৰিব তহঁত ওলাই বেৰি ধৰিবি।

(সৈন্যবোৰ একাৰে যায় আৰু মোহনমালা আন কালে যায়। পুৰুষবেশে ৰুক্মিণী আৰু পানী ফুকনৰ প্ৰবেশ।)

পানী—ঠিক, ৰামকৃষ্ণাই হয়তো ?

ৰুক্মিণী—হয় দেউতা! আপোনাৰ আকৌ খবৰ দিবলৈ কৈছে। খোজ কাঢ়ি যাব পৰা হলেও মই ধৰি ধৰিয়েই লৈ আহিলো হেঁতেন।

পানী—কোনখিনিত দেখিছিলি ?

ৰুক্মিণী—সৌ হাবি দবাৰ কাষত।

(দুয়ো সোমাই যোৱাৰ পাচত গা চোৰ সোমাই আহে।)

গা চোৰা—উৰ্ব্বা, ডাঙৰীয়া কলৈ গ'ল। ঠিতাতেচোঁন নাইকিয়া হল। মানুহ গৰাকী ভাল তাকুৰী ঘূৰা দৰে ঘূৰি ফুৰে। (প্ৰস্থান। পট পৰিবৰ্ত্তন। যুদ্ধক্ষেত্ৰৰ দূৰৈৰ এক প্ৰান্তৰ। ৰুক্মিণী আৰু পানীফুকন সোমাই আহে।)

পানী—ক'তা ইয়াতো দেখোন নাই। কোন খিনিত দেখিছিলি ?

ৰুক্মি—এইখিনিতে দেখিছিলোঁ।

পানী—সন্ধ্যা লাগিবৰ সময় হ'ল। ছাউনিৰ পৰাও বহুদূৰ পালোঁহি। হায়! ৰামকৃষ্ণাই, কব নোৱাৰোঁ তুমি জীৱিত নে ইমান পৰ স্বৰ্গত।

(হঠাৎ ৰুক্মিণীয়ে গুহৰী বজাই, বাঘৰ আৰু সৈন্যবোৰে বেৰি ধৰেহি ৰুক্মিণীয়ে ছদ্মবেশ খুলি পেলায়।)

পানী—ইকি ? চক্ৰান্ত—চক্ৰান্ত। সৈনিক ? ইকি ? ৰুক্মিণী! পিশাচী, তোৰ এই কাম!

বাঘৰ—পানীফুকন ! এতিয়া বুজিব পাৰিছা তেনেহলে। গান্ধী খোৱা মৰাণক ধৰাৰ বাহিৰে এতিয়া আৰু আন উপায় নাই।

পানী—বাঘৰ, ভাবিছা হবলা ; মোক ভয় খুৱালেই মই তোমালোকৰ ফন্দীয়া হম। বীৰৰ সন্তান মই, যুদ্ধ ক্ষেত্ৰত প্ৰাণত্যাগ কৰিব জানো। কিন্তু তোমালোকক শিক্ষা নিদিয়াকৈ নমৰিছোঁ।

( মোহন মালাৰ প্ৰবেশ )

মোহন—এতিয়াও বিষদাঁত ভগা নাই। পানীফুকন। তোমাৰ আমি একো অপকাৰ নকৰোঁ। তোমাক মুক্তি দিম। ময়েতো ৰজা। তুমি মোৰ সহায় হোৱা। অনৰ্থক ৰক্তপাতৰ সুত্ৰপাত কৰিছা কিয় ? তোমাক মই বৰফুকন পাতিম।

পানী—হাঃ ! হাঃ ! বাটঘৰীয়া গোহাঁই ! তোমাৰ এই চক্ৰান্ত ! মই সকলো বুজিছোঁ। মোক মুক্তি দিবা, বৰফুকন পাতিবা। ৰজা তুমিয়েই ; ৰাজপাট খোৱা, মোক তোমাৰ মুক্তি-নেলাগে। আহোম—মই। ল ; ধেনু ল। ( ধেনুকাঁড় উলিয়াই যুদ্ধ কৰে। বাঘৰ আৰু সকলো সৈন্যই পানীফুকনক আক্ৰমণ কৰে। মোহনমালা আৰু ৰুক্মিণী কিছু আঁতৰত থিয় হৈ চাই থাকে। কিছুপৰ যুদ্ধ চলাৰ পাছত পানীফুকনৰ কাঁড় নাইকিয়া হয়। তুণত হাত দি কাঁড় নেপাই থিয় হৈ ৰয়। )

বাঘৰ—এইবাৰ তোমাৰ কাঁড় ওৰ পৰিল। এতিয়া কি কৰিবা ? এতিয়াও সময় আছে। এতিয়াও আমাক ধৰা।

পানী—( বাঘরুক পদাঘাত কৰে। ) মুখ বন্ধ কৰ! অকৃতজ্ঞ নৰকৰ কুকুৰ!

বাঘরু—তেন্তে কাৰ্ত্তিচন্দ্ৰৰ প্ৰতিশোধ তোৰ ওপৰতে লওঁ। ( পিঠিত যাঠী বহুৱাই দিয়ে। ) যা, নৰকলৈ যা। ( সকলোৰে প্ৰস্থান। )

পানী—উঃ—বৰ কষ্ট ······( গা চোৱা লৰি আহে। )

গা চোৱা—এয়া এয়া, দেউতা! দেউতা! কি হল কোনে এনে কাম কৰিলে?

পানী—মোহন মালাৰ চক্ৰান্ত। বাঘরে যাঠীৰে···উঃ। তই যা ঘৰলৈ যা—ললিতাক সংবাদ দিবি।

গা চোৱা—উঃ! মোৰ পৰাই এইখন হল। মই কিয় সেই ক্ষন্তেকলৈ এৰি থৈ গৈছিলোঁ। কি কৰিম। কি কৰিম এতিয়া?

পানী—তোৰ গাত কোনো দোষ নাই। ৰামকৃষ্ণাই আহত হৈ পৰি আছে বুলি সিহঁতে চক্ৰান্ত কৈ মোক ইয়ালৈ মাতি আনিলে।

গা চোৱা—দাড়ি ছাউনিলৈকে লৈ যাওঁ। ( দাড়িবলৈ চেষ্টা কৰে। )

পানী—দৰ্কাৰ নাই—মোৰ আৰু বেচি সময় নাই। তই ঘৰলৈ গৈ সকলো কথা কবিগৈ।

গা চোৱা—মই আৰু ঘৰলৈ নোযাওঁ। যুদ্ধতে প্ৰাণ এৰিম। কি লাজেৰে মুখ দেখুৱাম গৈ। আইদেৱে ছাঁৰ দৰে গাতে লাগি ফুৰিবলৈ বাৰে বাৰে কৈ পঠাইছিল। উঃ! মই কি কৰিলোঁ।

পানী—বেজ্জাৰ নকবিবি। কৰ্ম্মফল! উঃ! ললিতা বিদায়।
(মৃত্যু)

গা চোৱা—দেউতা! দেউতা! শেষ হ'ল। মই অধম, মই পাপী কেলেই এবি থৈ গৈছিলোঁ!

---

# ৫ম দৃশ্য

(ঠাই—যুদ্ধক্ষেত্ৰৰ একাষে। সময়—দুপৰীয়া। দুটা আহোম সৈন্যৰ প্ৰবেশ।)

১ম সৈন্য—হেৰৌ মলখু, আজিৰ বাণেহে বাণ বুইছ। কালিনো সেইখন যুদ্ধ নে? লৰাৰ ধেমালিহে।

২য়—এৰা বোপাই, আজি আকৌ স্বয়ং বুঢ়াগোহাঁই, বৰবৰুৱা দুয়ো আহিছে ৰণ দিবলৈ। আজি তুৰিমুৰি কৰিলে শুদাই নেসাৰ। উভতিও যাব নোৱাৰ। হয় প্ৰাণ দিবি, নহয় জিকিবি; দুটাৰ এটা।

১ম—(দূৰলৈ দেখুৱাই) সৌজনী তিৰোতা মানুহ নহয় নে?

২য়—হয়। এই কালেই আহিছে।

১ম—তই কি বুজিছ, আমি জিকিমেই। কালি মোৱামৰীয়াখনক কচু কটা দিলোঁ নহয় মই।

২য়—মই হবলা শুদাই এৰিলোঁ বাপেকে। মিটদা খনেৰে একালৰ পৰা ঘৈয়াই নিবলৈ ধৰিলোঁ নহয়।

১ম—মনে মনে থাক, মানুহজনী এই ফালেই আহিছে ( ৰাধাৰ প্ৰবেশ ) হেৰাঁ ; হেৰাঁ, আইটি! ক লৈ যোৱা?

ৰাধা—আহিছোঁ, এইফাললৈকে।

২য়—তেওঁ, কাক বিচাৰিছা বাৰু? আই ঐ দেহি।

ৰাধা—আমাৰ ঘৰৰ মানুহটোও কালি যুদ্ধ কৰিবলৈ আহিছিল। কলৈনো গল তাকে বিচাৰি ফুৰিছোঁ।

১ম—ই, তেওঁ চাগৈ কালিয়েই সিপৰীয়া হল। এতিয়াও আছে নে?

২য়—এৰা ; যোৱা মানুহ গল। তাক বিচাৰিলে কি হব! তোমাক দেখিয়েই মোৰ মনটো কেনেবা কেনেবা কৰিছে।

১ম—মোৰো, মোৰো।

ৰাধা—হয়নে? পাছে?

১ম—পাছে আৰু কি? আমাৰ যেই সেই এটালৈকে আহা। মোলৈকে আহা।

২য়—নহয়, মোলৈ—মইহে দেখিবলৈ ভাল।

১ম—নহয়, মোলৈ। ( ধৰিব খোজে। )

ৰাধা—সাৱধান, কাপুৰুষ,—আঁতৰ হ। ( দুৱৈলৈ ঠেলা মাৰি দিয়ে। )

১ম—অ'—হ' বৰ সাহো দেখোন, হেৰ মলথু ধৰ অ', এইক বগৰাই দিওঁ।

ৰাধা—তেন্তে আহ! কুকুৰৰ দল! ( তৰোৱাল উলিয়ায় )

২য়—হেৰ, এইৰ হাতত তৰোৱাল এখনো আছে। ( যুদ্ধ। আহোম সেনা ছুটা হাৰে। ) আই দেউতা! আমালৈ নেলাগে আহিব। আমাক এৰি দিয়ক। নেমাৰিব।

ৰাধা—যা কটা। ইয়াৰ পৰা আঁতৰ হ! ( সেনা ছুটা লৰি পলায়। ) এয়ে আহোম সৈন্যৰ বীৰত্ব! ভেড়াছাগলীৰ জাক!

( ৰগা আৰু ৰমাকান্তৰ প্ৰবেশ। লগত বহুত সেনা। )

ৰমা—আই! তুমি ইয়াত কি কৰিছা ?

ৰাধা—যুদ্ধ চাবলৈ আহিছোঁ। ৰমাকান্ত! আজি আচল যুদ্ধ। ইমান দিনে যি শিক্ষা কৰিছা আজি তাৰ পৰীক্ষা। আজি আহোমৰ সকলো সৈন্য যুদ্ধ ক্ষেত্ৰত সমবেত। আজি সকলো শক্তি দি আহোমে যুদ্ধ কৰিব। আজি কঠোৰ পৰীক্ষা! সৈন্য সকল! মনত ৰাখিবা ; ই ন্যায় যুদ্ধ—ই ধৰ্ম্ম যুদ্ধ। এই যুদ্ধত মৰিলে অক্ষয় স্বৰ্গ লাভ। মনত ৰাখিবা—তোমালোকৰ গুৰুৰ অপমান। মনত ৰাখিবা – তোমালোকৰ ধৰ্ম্মক কৰা অপমান! এনে যুদ্ধ কৰিব লাগিব, যেন আহোম শক্তি আৰু উঠিব নোৱাৰে। এনে যুদ্ধ কৰিবা ; যেন বুৰঞ্জীৰ পাতত মোৱামৰীয়াৰ এই কীৰ্ত্তি সোণৰ আখৰেৰে লিখি থোৱা থাকে। ৰমা! বুজিব পৰা হোৱাৰ পৰাই যুদ্ধ শিক্ষা কৰিছা, তোমাৰ-আমাৰ ওচৰত, সেই শিক্ষাৰ যেন অপমান নহয়। যোৱাঁ, সকলোটি নিজ নিজ কৰ্ত্তব্যত লাগি যোৱাঁগৈ। বোলা সকলোৱে—'অষ্টভুজে সপ্তভুজে চতুৰ্ভুজে

বাখে। তাৰ দাই তাকে কাটে তাৰ হিলৈ তাকে মাৰে চতুৰ্ভূজে বাখে।' ( বাধাৰ প্ৰস্থান। )

বগা—এই দুদিনৰ ভিতৰত যেনে তেনে নগৰ অধিকাৰ কৰিবই লাগিব, ৰমাকান্ত !

ৰমা—বোধকৰোঁ পৰা হব ; ডেকা প্ৰভু ! সৈন্যবোৰে যি উদ্যমেৰে যুদ্ধ কৰিছে, আমাৰ আজি জয়ৰ বিষয়ে কোনো সন্দেহ নাই।

বগা—সৌৱা, চোৱাঁ ভাই ! তোমাৰ মাৰাই গৈয়েই যুদ্ধ কৰিবলৈ, লাগি গৈছে। সৈন্যবোৰৰ আগত চোৱাঁ।

ৰমা—এৰা, হয়তো।

বগা—তেওঁক দেখি সৈন্যবোৰে অত্যন্ত উৎসাহ পাইছে। বাস্তৱিক সৈন্যবোৰৰ গাত এটা নতুন তেজ বোৱাই দিলেহি। তুমি সেই মূৰলৈ চোৱাঁ। মই মাজৰ পৰা সৈন্যবোৰক উদগাই দিওঁগৈ। ( দুয়োৰ দুফালে প্ৰস্থান। )

কীৰ্ত্তি চন্দ্ৰ—( বেগে প্ৰবেশ। ) জুইদে, জুইদে, তোপত !

( তোপৰ শব্দ। )

( এটা সৈন্যৰ প্ৰবেশ )

সৈন্য—দেউতা ঈশ্বৰ ! ৰামকৃষ্ণ বন্দী।

কীৰ্ত্তি—কি কলি কি ! কলি ! ৰামকৃষ্ণাই বন্দী। ৰামকৃষ্ণাইক ৰক্ষা কৰিবই লাগিব। ব'ল, আগ বাঢ়। ( আন এটা সৈন্যৰ প্ৰবেশ )।

সৈন্য—দেউতা ঈশ্বৰ ! ভয়ানক কথা। আমাৰ আৰু ৰক্ষা নাই।

কীৰ্ত্তি—কি হ'ল ? তুৰন্তে ক।

সৈন্য—দেউতা ঈশ্বৰ! স্বয়ং ভগৱতীয়ে ৰণচণ্ডী মূৰ্ত্তি ধৰি মোৱামৰীয়াৰ ফালে যুদ্ধ কৰিছে। বন্দুকৰ গুলি, কাঁড়, বিহাৰ আঁচল পাতি পাতি ধৰিছে। তেওঁৰ গাত কেৱেঁ লগাবই পৰা নাই।

কীৰ্ত্তি—ভীৰু! কাপুৰুষৰ দল! ভগৱতী আহিছে মোৱামৰীয়াৰ ফালে যুদ্ধ কৰিবলৈ! ভগৱতীৰ আৰু আন কাম একো নাই নহয়। ব'ল, ভালে ভালে যুদ্ধ কৰগৈ। (দুয়োৰো বেগে প্ৰস্থান। আন ফালৰ পৰা আন এজাক আহোম সৈন্যৰ প্ৰৱেশ।)

১ম—হে'ৰ-পলা পলা। প্ৰাণলৈ যদি মায়া আছে পলা। আমি মানুহৰ লগতহে যুদ্ধ কৰিব পাৰোঁ। গোসানীৰ লগত যুদ্ধ কৰিব নোৱাৰো নহয়। আই ঔ!

২য়—গোসানীয়ে যেতিয়া তঁাহাতৰ ফালে যুদ্ধ কৰিছে, আমি আৰু যুদ্ধ কৰিলে কি হব ?

৩য়—নেদেখিলে নে বন্দুকৰ গুলিবোৰ কেনেকৈ বিহাৰ আঁচল পাতি ধৰিলে।

৪র্থ—নকাবৰ কেলেই গোসানীয়ে তঁাহাতৰ ফালে যুদ্ধ ? সিহঁতে নিয়াই যুদ্ধ কৰিছে। সেই ফালে দেৱতাই সহায় কৰিবই কৰিব।

১ম—হেৰ, মই জানো কমখন গুলি মাৰিলোঁ। সোপাকে ধৰিলে, যেন বগৰীবোৰহে কোঁচ পাতি ললে।

আটাই বোৰে—ব'ল ব'লা ইয়াত আৰু থকাৰ সকাম নাই, পলা।

২য়—এৰা, ক'ৰবাত গোসানীৰ অপৰাধ লাগিলে তেজ বতিয়াই মৰিব লাগিব। ( সকলোৰে প্ৰস্থান। বুঢ়া গোহাঁইৰ প্ৰৱেশ )।

বুঢ়া—উঃ! শৰীৰত আৰু শক্তি নাই। এই বৃদ্ধ বয়স। আৰু কিমান পাৰিম? তথাপি বহুত যুদ্ধ কৰিলোঁ। দেহা মোৰ অৱশ হৈ আহিছে! এটাই বিপদ মাতি আনে, আন এটাই ভোগে। এটাই পাপ কৰে, আন এটাই তাৰ ফলভোগ কৰে। কৰ্ত্তব্যৰ অনুৰোধত মই এই বুঢ়া বয়সত, যুদ্ধ ক্ষেত্ৰত। উঃ কপাল! ( মোহন মালাৰ প্ৰৱেশ। )

মোহন—বুঢ়া গোহাঁই, সুন্দৰ সুযোগ! এতিয়াই প্ৰমাণ হৈ যাওক, সিংহাসনৰ কাৰণে মই উপযুক্ত নে অনুপযুক্ত। অস্ত্ৰ লোৱাঁ।

বুঢ়া—মোহনমালা! মৃত্যুলৈ ভয় নকৰোঁ। জীৱনৰ এই সন্ধ্যা সময়ত মৃত্যুলৈ ভয় কৰিলে কি হব? কিন্তু নিজৰ জাতিৰ, নিজৰ দেশৰ যি অপকাৰ কৰিলি, তাৰ প্ৰায়শ্চিত্ত তোৰ ৰৌ ৰৌ নৰক।

মোহ—অস্ত্ৰ ল, বুঢ়া গোহাঁই! বৃথা বাক্য ব্যয় কৰি কাম নাই।

( দুয়োৰো যুদ্ধ। অহল্যা বেগাই সোমাই আহে। )

অহল্যা—দেউতা! দেউতা! ক্ষান্ত হওক। ( যুদ্ধ বন্ধ হয়। )

মোহ—ইকি, অহল্যা! ঘৰলৈ যোৱাঁ।

বুঢ়া—কোন তুমি আই? কিয়, কৰ্ত্তব্য কাৰ্য্যৰ পৰা ক্ষান্ত হবলৈ

ক'লা? দেশৰ শত্ৰু যি, জাতিৰ শত্ৰু যি; তাক বধ কৰি দেশৰ কল্যাণ সধাৰ পৰা কিয় মোক নিবৃত্ত হ'বলৈ ক'লা?

অহ—বৃদ্ধ আপুনি! কেনেকৈ যুদ্ধ কৰিব? ঘৰলৈ উভতি যাওক।

বুঢ়া—কোন তুমি! সৌন্দৰ্য্যময়ী মহিমাময়ী দেবী প্ৰতিমা? মাতৃমোৰ! পুত্ৰৰ দুখ কষ্ট সহিব নোৱাৰি সহায় কৰিবলৈ আহিছা! পুত্ৰক ৰক্ষা কৰিবলৈ আহিছা! কোন তুমি?

অহ—মই আপোনাৰেই দুখিনী কন্যা অহল্যা। মোক ক্ষমা কৰক দেউতা। (ভৰিত ধৰে।)

বুঢ়া—মিছা কথা! মোৰ কন্যা নাই। বহুত দিনৰ আগতে তাই গুছি গৈছে। হতভাগ্য পিতাকক মৰুভূমিত পেলাই থৈ স্বৰ্গৰ বস্তু স্বৰ্গ লৈ গুচি গৈছে। হাঃ হাঃ! ছলনা! প্ৰৱঞ্চনা! কোন তুমি মায়াবিনী মোক ছলিবলৈ আহিছা? আঁতৰ হোৱাঁ। (ভৰি এৰুৱাই লয়।) মোহনমালা! দে যুদ্ধ দে। নেভাবিবি এইবোৰ ছলনা কৰি মোক ঠগিব পাৰিবি। দে যুদ্ধ দে। (মোহনমালা নীৰৱ।)

অহল্যা—দেউতা! দেউতা! মই সঁচাকৈয়ে অহল্যা। মই মৰা নাই। গোহাঁইদেৱে মোক ৰক্ষা কৰিছে। মই তেওঁৰ বিবাহিতা পত্নী।

বুঢ়া—মিছা কথা। অহল্যা মোৰ—পানীত পৰি মৰিছে। মোহনমালা, আজি মোৰ হাতৰ পৰা নিষ্কৃতি নাই।

(তৰোৱাল দাঙি মোহনমালাক কোব দিব খোজে।)

অহল্যা—দেউতা ! দেউতা ! ৰক্ষা কৰক । ( তৰোৱালৰ আগত পৰি মোহনমালাক ৰক্ষা কৰে আৰু পৰি যায় । )

বুঢ়া—কি কৰিলোঁ ! কি কৰিলোঁ ! স্ত্রী হত্যা ?

মোহ—বুঢ়া গোসাঁই ! নিজ কন্যাক হত্যা কৰিলা ! চিনিব নোৱাৰিলা ! অহল্যা ! অহল্যা । ( পৰি যায় । )

বুঢ়া—কি ? অহল্যা, অহল্যা ; কন্যা মোৰ ! মোহনমালা ভীষণ প্রতিশোধ ললি ! ( মূৰ্চ্ছা হৈ পৰি যায় । )

## ৬ষ্ঠ দৃশ্য

( ঠাই—যুদ্ধক্ষেত্ৰৰ এফালে । সময় পুৱা, উদাস ভাবে মোহনমালা বহি থাকে । )

নাহৰ—( প্রবেশ ) এয়াচোন বাটঘৰীয়া গোসাঁইদেৱ ! মই আপোনাকে বিচাৰি ফুৰিছো । ইয়াত এনেভাৱে অকলে অকলে বহি কি কৰিছে ?

মোহন—কি কৰিছো ? ভাবিছোঁ ।

নাহৰ—কি ভাবিছে ?

মোহন—মোৰ জীৱন—সপোনৰ কথা । জীৱনৰ কাৰ্য্যকলাপ বিশ্লেষণ কৰিছোঁ ।

নাহৰ—কিন্তু ইফালে তুমুল সংগ্রাম । এইটোতো বহি ভাবিবৰ সময় নহয় ।

মোহন—যুদ্ধ! কিহব কাৰণে যুদ্ধ? নাহৰ! মোৰ আৰু যুদ্ধত প্ৰয়োজন নাই। মই আজি পথৰ ভিক্ষাৰী! সৰ্ব্বস্ব হেৰুৱালোঁ! মোৰ এই নীৰস মৰুভূমিৰ দৰে জীৱনত—সুন্দৰ নিৰ্ম্মল স্নিগ্ধ শীতল এটা ঝৰণা দেখা পাইছিলোঁ। আকৌ নাইকিয়া হল! সপোনৰ দৰে আহিল, সপোনৰ দৰে গুচি গ'ল!

নাহৰ—সেই সকলোবোৰ মায়া, মৰুভূমিৰ মৰিচীকাৰ দৰেই মিছা। তাক পাহৰি পেলাওক। নাৰীৰ সৌন্দৰ্য্যই বীৰক কৰ্ত্তব্য কাৰ্য্যৰ পৰা কেতিয়াও বিচলিত কৰিব নোৱাৰে।

মোহন—মূৰ্খ তুমি! তুমি কি বুজিবা? নাৰীৰ মহত্ত্ব—নাৰীৰ সৌন্দৰ্য্য কেতিয়াবা উপলব্ধি কৰিছা? মই নিজেই সদায় নাৰীক তুচ্ছ ভাবিছিলোঁ; কিন্তু অহল্যাই দেখুৱাই গল নাৰীৰ সৌন্দৰ্য্য—নাৰীৰ মহত্ত্ব! কি মহিমাময়—মহিমান্বিত সেই ৰূপ! কি সুন্দৰ সেই ছবি! সেই হত্যাৰ বিষাক্ত নিশ্বাসত—মৃত্যুৰ সন্মুখত থিয় দিছিল কি সেই মূৰ্ত্তি?

নাহৰ—কিন্তু ৰৰনৈ পাৰি দি নাও আহি ঘাট চাপিবৰ হল; এই সময়ত শুৰি বঠা এৰি দিয়া কেনে যুক্তিসঙ্গত কথা? বিশেষতঃ আপোনাৰ চিৰ শত্ৰু কীৰ্ত্তিচন্দ্ৰ এতিয়াও জীৱিত।

মোহন—কীৰ্ত্তিচন্দ্ৰ—কীৰ্ত্তিচন্দ্ৰ—ঠিক কথা! কীৰ্ত্তিচন্দ্ৰকে মোক লাগে। মই এতিয়া ৰক্ত পিপাসু পশু। প্ৰতিহিংসা—প্ৰতিশোধ; ৰক্ত লাগে। উন্মাদ—উন্মত্ত মই, ৰক্ত—ৰক্ত লাগে।

(বেগে প্ৰস্থান) (ৰাধাৰ প্ৰবেশ।)

ৰাধা—অৰ্জ্জুনৰ বিষাদ·যোগ ভঙ্গ কৰিবলৈ শ্ৰীকৃষ্ণৰ ভাৱটো যেনিবা ভালকৈয়ে দিলে। পাছে, মোহনমালা আঁতৰিছিল ভালেই হৈছিল ; টানি চপাই লোৱাৰ নো মানে কি ?

নাহৰ—ভুল কৰিছা ৰাধা! মোহনমালা ৰজা বুলি প্ৰচাৰ কৰিয়েই ইমান কাৰ্য্যোদ্ধাৰ কৰা গৈছে। তেওঁক ৰজা বুলি ভাবিয়েই ইমান আহোম সৈন্য সেনাপতিয়ে আহি ৰৰিছেহি। এতিয়া কাৰ্য্য শেষ নোহোৱালৈকে তেওঁক এৰিব নোৱাৰি। ব'লা ইয়াৰ পৰা। অৰ্জ্জুনক অকল মোহ ভঙ্গ কৰি এৰি দিলেই নহব। তেওঁক মাজে মাজে উৎসাহ দি নেথাকিলে হঠাৎ আকৌ মোহাচ্ছন্ন হব পাৰে।

( দুয়োবো প্ৰস্থান )।

( খোলা তৰোৱাল লৈ আন ফালৰ পৰা কীৰ্ত্তিচন্দ্ৰৰ প্ৰৱেশ। গা তেজেৰে ৰাঙলী। )

কীৰ্ত্তি—উঃ! প্ৰাণ যায় যায়! শৰীৰ ক্ষত বিক্ষত! গাত আৰু বল নাই! মোৱামৰীয়া বধ কৰিলোঁ। কিন্তু, কি হব মই অকলশৰীয়া! সৈন্যবোৰ যুদ্ধক্ষেত্ৰ এৰি পলাইছে। কু-সংস্কাৰৰ কুঁৱলীৰে সিহঁত অন্ধ। বুজালেও নুবুজে। কি বুদ্ধিৰে গোসানীয়ে যুদ্ধ কৰা জনৰব সৈন্য বোৰৰ মাজত সিহঁতে প্ৰচাৰ কৰি দিলে। ধন্য! এতিয়া কৰোঁ কি? আত্মৰক্ষাৰ কাৰণেই গাত শক্তি নাইকিয়া হল! আহোমৰ গৌৰৱ-সূৰ্য্য আজি মোৱামৰীয়াৰ হাতত, মাৰ যায় যায়। আহোমৰ গৌৰৱ

পতাকা আৰু সেই কাৰেঙৰ ওপৰত আজিৰ পৰা নুৰে। অপদাৰ্থ মই! (মোহনমালাৰ উন্মত্তভাৱে প্ৰবেশ)

মোহন—ৰক্ত লাগে মোক! ৰক্ত—কীৰ্ত্তিচন্দ্ৰ!

কীৰ্ত্তি—কোন? মোহনমালা!

মোহন—যুদ্ধক্ষেত্ৰ এৰি পলাবলৈ সুযোগ বিচাৰিছা! অপদাৰ্থ!

কীৰ্ত্তি—ঠিক কৈছা। অপদাৰ্থ মই! আহোমৰ গৌৰৱ ৰক্ষা কৰিব নোৱাৰিলোঁ। কিন্তু ঠিক জানিবা; কীৰ্ত্তিচন্দ্ৰই যুদ্ধত হয় প্ৰাণ দিব, নহয় জয়লাভ কৰিব। কিন্তু নপলায়। সি কেতিয়াও বিজাতিৰ চৰণ-তলত নিজৰ গৌৰৱ, মান, সন্মান, জাতিৰ অভিমান, ক্ষুদ্ৰ স্বাৰ্থৰ কাৰণে বলি নিদিয়ে। পৰপদলেহী, দেশদ্ৰোহী; জাতিদ্ৰোহী কাপুৰুষ!

মোহন—বৰ মধুৰ—বৰ মধুৰ—গালি শুনি বৰ মধুৰ লাগে কীৰ্ত্তিচন্দ্ৰ! জীৱনটো গালি শুনোতেই গল—তথাপি তৃপ্তি লাভ কৰা নাই। (হঠাৎ উচাপ খাই।) কীৰ্ত্তিচন্দ্ৰ! এতিয়াও তোৰ বিষদাঁত ভগা নাই। মোৰ প্ৰতিজ্ঞা তোক ধ্বংস নকৰো মানে নেৰিছোঁ। যুদ্ধ কৰ! যুদ্ধ।

কীৰ্ত্তি—(ঠাট্টাৰ সুৰেৰে) যুদ্ধ! যুদ্ধ কৰিবলৈ কোনোবাদিনা শিকিছিলি জানো মোহনমালা? বুজিছোঁ; মোৰ হেংডাঙৰ লগত তোৰ এতিয়াও পৰিচয় হোৱা নাই। ভাবিছ, হতাশ হৈছোঁ? যুদ্ধ কৰাই যদি তোৰ অভিপ্ৰায়; আহ।

(হুমোৰো যুদ্ধ। যুদ্ধৰ মাজতে নাহৰ আৰু বাঘৰ সোমাই আহে আৰু যুদ্ধ কৰে। কীৰ্ত্তিচন্দ্ৰৰ অস্ত্ৰ উফৰি যায়।)

মোহন—বাঘৰ! বন্দী কৰ।

কীৰ্ত্তি—অস্ত্ৰ দে—যুদ্ধ কৰ! মই অকলে তহঁত তিনিটা। অন্যায় কৰিছ কিয়—কাপুৰুষৰ দৰে ব্যৱহাৰ কৰিছ কিয়?

(কীৰ্ত্তিচন্দ্ৰক বাঘৰে বৰ কষ্টেৰে বন্দী কৰে।)

মোহন—তোক যুদ্ধত মৰাতো মোৰ অভিপ্ৰায় নহয়! এনে মৃত্যু শাস্তি। তোক এনে মৃত্যু দিম, য'ত তোৰ কাৰণে যন্ত্ৰণাৰ শেষ হৈ যায়। তেতিয়াহে তোৰ মৃত্যু মোৰ প্ৰাণত লাগিব।

কীৰ্ত্তি—মৃত্যুৰ ভয় দেখুৱাইছ মোহনমালা! মৃত্যুৰ ভয় কীৰ্ত্তিচন্দ্ৰই নকৰে! যুদ্ধত জয় পৰাজয় আছেই। জীৱনত বহুত যুদ্ধ কৰিছোঁ। আজিৰ যুদ্ধত হাৰিলোঁ।—তাৰ ফলত মৃত্যু। তালৈ আৰু ভয় কি? নশ্বৰ দেহা থাকে মানে হে কষ্ট—তাৰ পাচত? মোৰ দেহাৰ ওপৰত তোৰ হাত আছে, কিন্তু আত্মাক কি কৰিবি?

মোহন—কীৰ্ত্তিচন্দ্ৰ! বুঢ়া গোহাঁই মৰিল। বৰ পাত্ৰ গোহাঁই আদি সকলোকে বধ কৰিলোঁ। এতিয়া আৰু কেওঁ নাই। ময়েতো ৰজা। তুমি মোৰ সহায় হোৱাঁ। তোমাক বুঢ়া গোহাঁই পাতিম। তোমাৰ নিচিনা এজন বিজ্ঞ—ৰাজনীতিজ্ঞ দূৰদৰ্শী মন্ত্ৰী পালে, আহোম ৰাজ্যৰ যশ গৌৰৱ আৰু এশগুণে বাঢ়ি উঠিব। কোনে কৈছে আহোম গৌৰৱ নষ্ট হল বুলি? ভুল বুজিছা।

কীৰ্ত্তি—হাঃ—হাঃ, মোহনমালা! সুন্দৰ সপোন দেখিছা। মই সহায় হম তোমাৰ! এনে কল্পনাও তোমাৰ মনলৈ আহিব পাৰে? মোক প্ৰধান মন্ত্ৰী পাতিবা; তুমি ৰজা হবা। সুন্দৰ কল্পনা কৰিছা! শুন; মোহনমালা, মই ইমান বিশ্বাসঘাতক নহওঁ। মোক মৃত্যু দে—মৃত্যু দে। তোৰ মন্ত্ৰীত্ব মোক নেলাগে।

মোহন—হাঃ—হাঃ—তই মন্ত্ৰী হবি। পৰীক্ষা কৰিছিলোঁ। পৰীক্ষা। কীৰ্ত্তিচন্দ্ৰ! মোক ৰক্তৰ বাহিৰে একোকে নেলাগে। ৰক্ত—ৰক্ত। ৰাঘৱ! ইয়াক নচচা শূলত দি বধ কৰিবি লৈ যা।

কীৰ্ত্তি—উত্তম, সুখী হলোঁ। ভাগ্যত আৰু ক্লেশ বেচি পৰ নাই। যোৱাৰ আগেয়ে কৈ যাওঁ, মোহনমালা! সাৱধান। যি বিশ্বাসঘাতকতা কৰি জাতিদ্ৰোহ আচৰণ কৰিলি! নিজৰ জাতি ভাইক বধ কৰিলি, তাৰ পৰিণাম অতি ভয়ানক। এই বিজাতিৰ হাততে তয়ো লাঞ্ছিত হবি—তয়ো প্ৰৱঞ্চিত হবি। মনত ৰাখিবি! ইয়াৰ বিষময় ফল তয়ো মৰ্ম্মে মৰ্ম্মে ভোগ কৰিবি! তোৰ কাৰণেও যন্ত্ৰণা আছে। (ৰাঘৱ আৰু নাহৰে কীৰ্ত্তিচন্দ্ৰক লৈ যায়।)

মোহন—কীৰ্ত্তিচন্দ্ৰ! মোৰ জীৱনটো তয়ে বিষময় কৰি তুলিলি। মোহনমালাই আৰু যন্ত্ৰণাৰ ভয় নেখায়। ইয়াতকৈ কি ডাঙৰ নৰক যন্ত্ৰণাত মোহনমালাই ভুগিব পাৰে। (প্ৰস্থান।)

## ৭ম দৃশ্য

(ঠাই—ৰঙপুৰৰ কাৰেঙৰ ওচৰৰ বাট। সময়—সন্ধ্যা। সাধাৰণ পোচাক পিন্ধি লক্ষ্মী সিংহ আৰু বৰ গোঁহাইৰ প্ৰবেশ।)

লক্ষ্মী—উস্! কপালত ইও আছিল। চোৰৰ দৰে সন্ধ্যাৰ অন্ধকাৰৰ সহায় লৈ পলাব লগা হল। অতুল ঐশ্বৰ্য্যৰ অধিকাৰী আহোম সিংহাসনৰ অধীশ্বৰ—আজি এই হীন বৃত্তি অৱলম্বন কৰি নিজৰ প্ৰাণ ৰক্ষা কৰিব লগা হল! নিয়তিৰ কি কঠোৰ বিধান!

বৰগোঁহাই—স্বৰ্গদেৱ, কথা ন'কব। মনে মনে থাকক। মোৱামৰীয়াবোৰে চাৰিউফালে পিন্ পিনাই ফুৰিছে। ক'ৰবাত গম পাব।

লক্ষ্মী—তেন্তে, এই খিনিতে অলপ ৰওঁ। আৰু অলপ আন্ধাৰ হলে যাবলৈ সুবিধা হব। বৰগোঁহাই! বৰগোঁহাই! কি হল? কেলেই এই অসুখ অশান্তিৰ মাজলৈ মোক এই বুঢ়া বয়সত টানি আনিলে আপোনালোকে? মোৰ সুখৰ জীৱন বিষময় কৰি তুলিলে। ই যেন সপোনত ৰজা হোৱা!

বৰগোঁহাই—স্বৰ্গদেৱ! ভয় নাই। আজি ৰাতিটোৰ ভিতৰতে আমি যোৰহাট পাবহি যাব পাৰিলে আৰু কোনো ভয়ৰ কাৰণ নাই। গুৱাহাটী পালেগৈ সৈন্য সংগ্ৰহ কৰি বিদ্ৰোহ দমন কৰি ৰাজ্য পুনৰ উদ্ধাৰ কৰিব পৰা হব।

(মোহনমালাৰ প্ৰবেশ।)

মোহন—চমৎকাৰ বুদ্ধি, ৰাজ্য পুনৰ উদ্ধাৰ কৰাৰ। বাঃ, বেচ সুযোগ পাইছিলাতো পলাবলৈ। তইতকে মই বিচাৰি ফুৰিছিলোঁ। এতিয়া কলৈ যাবি—কলৈ পলাবি? লক্ষ্মীসিংহ, মুৰ্খ! মোৰ প্ৰাৰ্থনা পৰামৰ্শ উপেক্ষা কৰিছিলি মনত আছে নে? মনত আছে নে মই কি কৈছিলোঁ?

লক্ষ্মী—তোমাৰ উপদেশ শুনিব নোখোজো। ছিঃ! তোমাৰ মুখ দেখিলেও পাপ হয়। যি অভিৰুচি তোমাৰ কৰা। হত্যা কৰিবা কৰা।

মোহন—কি কৰিম ভাবিছোঁ। (খাপৰ পৰা তৰোৱাল উলিয়াই।) যোদ্ধাৰ অস্ত্ৰ ভ্ৰাতৃৰ তেজেৰে ৰাঙলী নহবনে কি লক্ষ্মী?

(হঠাৎ বগা ৰমাকান্ত আৰু কেটামান মোৱামৰীয়া সৈন্যৰ প্ৰৱেশ। বগাই নিজৰ তৰোৱালেৰে মোহনমালাৰ তৰোৱালৰ আঘাত ওফৰাই দিয়ে।)

বগা—মোহনমালা! মোহনমালা! ছিঃ সেনাপতি, তোমাৰ বীৰত্ব আৰু আন ক'তো প্ৰকাশ কৰিবলৈ ঠাই নেপালা নে? দুৰ্ব্বল যি, যি প্ৰাণলৈ পলাইছে—যাৰ হাতত অস্ত্ৰ নাই; তেনে মানুহক হত্যা কৰিবলৈ অস্ত্ৰ ধৰিছিলা? ঘিণ হয় তোমাৰ আচৰণত।

মোহন—সাৱধানে কথা কৰা বগা। প্ৰধান সেনাপতি মই—তাৰ উপৰি মই ৰজা। মোৰ যি অভিৰুচি, মই তাকে কৰিম। তাত হকা বাধা দিবৰ তোমাৰ কোনো স্বত্ব নাই।

বগা—হব পাৰা, তুমি প্ৰধান সেনাপতি; কিন্তু মনত ৰাখিবা এই বিদ্ৰোহৰ সৃষ্টিকৰ্ত্তা মই! অন্যায়ৰ প্ৰতিবাদ নিশ্চয় কৰিম।

মোহন—বগা! তুমি সকলৰা হৈ বৰ ডাঙৰ ডাঙৰ কথা কৈছা। শত্রু বিনাশ কৰা একো অন্যায় নহয়।

বগা—এনে হীন উপায়েৰে নহয়।

মোহন—বগা! হাতত খোলা তৰোৱাল লৈ ধৈর্য্য ধৰা বৰ টান। সাৱধানে কথা কৰা।

বগা—মোহনমালা সাৱধান! ময়ো যোদ্ধা! মোৰো তৰো-ৱালত ধাৰ আছে। স্বৰ্গদেৱ লক্ষ্মীসিংহ! বৰ গোহাঁই ডাঙৰীয়া! আপোনালোক মুক্ত। যলৈকে ইচ্ছা তলৈকে যাওক। মোহনমালা, তুমি এতিয়া আমাৰ নজৰ বন্দী। তোমাৰ আদেশ পালন কৰোঁতা কেঁও নাই।

( মোহনমালাৰ বাহিৰে সকলোৰে প্রস্থান। )

মোহন—মোহনমালা বন্দী!—মোৱামৰীয়াৰ! সুন্দৰ—অতি সুন্দৰ! হাঃ—হাঃ—হাঃ! ( প্রস্থান। ললিতাৰ প্রবেশ। আউলি বাউলী বেশ। )

ললিতা—প্রতিহিংসা—প্রতিহিংসা! হে প্রতিহিংসা দেৱী! কি বীভৎস তোমাৰ মূৰ্ত্তি! তথাপি মই তোমাক কিমান ভাল পাওঁ? উন্মাদিনী মই—মোক হাতত ধৰি লৈ যোৱাঁ। নহলে স্বামীহত্যা, পিতৃহত্যাৰ শোকাগ্নি মুমুমায়। প্রিয়তম! ৰবা—অলপ অপেক্ষা কৰা। মই তোমাৰ ওচৰ পামগৈ।

( বেগে প্রস্থান )

---

## ৮ম দৃশ্য

( ঠাই—ৰাজকাৰেং। মোৱামৰীয়াৰ অভিষেক সভা। ৰাজসিংহাসনৰ ওচৰত শৰাইত ৰাজমুকুট। ওচৰতে মোৱামৰীয়া গুৰু। ৰমাকান্তই ঠিয়হৈ কথা কৈ আছে। এদল মানুহে একে লগে চিঞৰি কবলৈ ধৰিলে। )

মানুহবোৰ—"ৰগা কোঁৱৰ, ৰগা কোঁৱৰ। ৰগা কোঁৱৰ ৰজা হব লাগে।

ৰগা—ৰাইজ সকল! মোক ৰাজ মুকুট নেলাগে। বৈৰাগীৰ ৰাজনীতিত প্ৰয়োজন কি?

সকলো—হবই লাগিব। হবই লাগিব।

ৰগা—ক্ষমা কৰিব, মোৰ জ্ঞাতিবৰ্গ। ৰাজমুকুটত মোৰ প্ৰয়োজন নাই—তিল মাত্ৰ স্পৃহাও নাই। পিতৃ-পুৰুষে দেখুৱাই যোৱা পৱিত্ৰ পথ অনুসৰণ কৰি, শিষ্যবৰ্গ লগত লৈ মই যি তৃপ্তি পাম, তাতকৈ মোক আৰু একো নেলাগে। আপোনালোকে এক মনে—এক প্ৰাণে আশীৰ্ব্বাদ দিয়ক—হৰিধ্বনিৰ প্ৰতিধ্বনিৰে আপোনালোকে সম্বৰ্দ্ধনা কৰক—এই পৱিত্ৰ ৰাজ মুকুট ৰমাকান্তৰ মুৰত পিন্ধাই দিওঁ। ( সকলোবোৰ নিমাত। ) আপোনালোকৰ মঙ্গল হওক। মোৱামৰীয়াৰ মঙ্গল হওক—লগে লগে স্বদেশৰ উন্নতি হওক—এই ৰাজমুকুট অজৰ অমৰ হওক। ( ৰমাকান্তৰ মুৰত মুকুট পিন্ধাবলৈ ধৰে, এনেতে মোহনমালা বেগাই আহি কবলৈ ধৰে। )

মোহন—আপোনালোক ইমান অকৃতজ্ঞ নে যে ; যাৰ অপৰিসীম অদম্য সাহসৰ ওপৰত ভৰ দি প্ৰবল প্ৰতাপী আহোমৰ বিৰুদ্ধে থিয় হৈ জয়যুক্ত হল ! আজি তাৰ নামটি লবলৈকো আপোনালোকৰ হৃদয়ে নাটিলে নে ?

( জনতাৰ মাজৰ পৰা—তুমি জাতিদ্ৰোহী – জাতিদ্ৰোহী। তোমাৰ কোনো কথা নাই। )

আন এজনে—এই পবিত্ৰ স্থানৰ পৰা এওঁক আঁতৰাই দিয়ক। )

ৰমা—মোহনমালা গোহাঁইদেৱ ! আপুনি ৰজাৰ সন্তান। বন্দী হলেও আপোনাক আমি মুক্তি দিছোঁ।

বগা—ৰাইজ সকল ! আপোনালোকে প্ৰতিবাদ নকৰিব। আজি আমাৰ এই পৱিত্ৰ দিনত এওঁক মুক্তি দিলোঁ। এতিয়া সকলোৱে এক মনে আশীৰ্ব্বাদ কৰক ৰমাকান্তক মুকুট পিন্ধোৱা হওক।

সকলো—সজ – সজ।

( বগাই ৰমাকান্তক মুকুট পিন্ধাই দিয়ে। সকলোৱে হৰিধ্বনি দিএ। 'জয় মোৱামৰীয়াৰ জয়।' জয় ৰমাকান্তৰ জয়।' )

মোহন—বুকত সহস্ৰ যন্ত্ৰণাৰ দংশন লৈয়ো ঈশ্বৰক খাটিছো, ৰমাকান্ত তুমি জয়ী হোৱা ! মোক সিংহাসন নেলাগে। সিংহাসনতকৈয়ো ডাঙৰ বস্তু মই হেৰুৱাইছো ! আপোনালোকৰ অকৃতজ্ঞতা দেখিহে কথাটো কৈছিলোঁ। হঠাৎ ৰক্ত পিপাসু হৈ উঠিছিলোঁ ! পিয়াহ মাৰ গল। মোৰ কোনো কামনা নাই এতিয়া ! মোক লাগে মৃত্যু—মুক্তি নহয়। মৃত্যু।